# এই বং এই যুবতি

তিলক দাস



প্ৰথম প্ৰকাশ :
জুন। ১৯৬৪ চন
আহাৰ। ১৮৮৬ শক

প্ৰকাশক :
শ্ৰীনৰেন্দ্ৰ নাথ দাস
মিত্ৰ এজেঞ্চি এণ্ড কোং
তিনিচুকীয়া : অসম

চিত্ৰ-শিল্পী :
হেমন্ত মিশ্ৰ

মুদ্ৰক :
প্ৰাণকৃষ্ণ পাল
"শ্ৰীশশী প্ৰেছ"
১।১এ, গোৱাবাগান ষ্ট্ৰীট
কলিকতা-৬

তুটকা পঁইসত্তৰ পইচা

# ভূমিকা

ইং ১৯৬২ চনত তেজপুৰত থকা কালত এই উপন্যাসখনি লিখিছিলোঁ আৰু তাৰ পিছতেই শ্ৰীমতী স্বৰ্ণলতা শইকীয়াক ইয়াৰ এটি নকল কৰিবলৈ দিয়া হৈছিল। ইতিমধ্যে, ১৯৬৩ চনৰ ২৩ জানুৱাৰী তাৰিখে তেজপুৰ এৰি মঙ্গলদৈলৈ আহিব লগা হোৱাত কিতাপখন স্বৰ্ণলতা-( সোণ ) হঁতৰ ঘৰতেই পৰি থাকিল কিছু কাল। ১৯৬৪ চনৰ জানুৱাৰী মাহত উপন্যাসখনি আমাৰ হাতত পৰে।

কবিবন্ধু শ্ৰীভৱানন্দ ৰাজখোৱা এম-এ দেৱৰ লগত ১১।৪।৬৪ তাৰিখে ডিগবৈত বহা অসম সাহিত্য সভাৰ অধিবেশন চাবলৈ গৈ লগ পালোঁ তিনিচুকীয়াৰ মিত্ৰ এজেঞ্চি এণ্ড কোং-ৰ শ্ৰীনৰেন্দ্ৰ নাথ দাসক। মোৰ লাভ হল বহুত,—তেওঁক লগ পালোঁ, ক্ষন্তেকতে বন্ধুত্ব গঢ়ি উঠিল ; তেওঁৰ ব্যৱহাৰত মুগ্ধ হলোঁ।

তাতেই আকৌ পালোঁ হেৰাই যোৱা বন্ধু এজনৰ সন্দেদ। এটি কলি ডুটি পাতৰ মাজেদি নিৰ্ম্মলা, মস্কৰা, আকৌ এতিয়া হেনো ওৱেটিং, এটি যেন ভ্ৰাম্য-মান জীৱন। সেয়ে হৈছে মোৰ বন্ধু হাঁহিমুৱা, গুৱনী শিল্পী শ্ৰীপ্ৰমোদ কুমাৰ বৰদলৈ, যাৰ "প্ৰতিমাৰ পালা জানো প্ৰাণ ?" যুগান্তকাৰী উপন্যাসে অসমৰ ডেকা-গাভৰুক এদিন চমক লগাইছিল ; থৌকিবাথৌ লগাইছিল—দহি যোৱা প্ৰাণবোৰৰ আধা গোৱা গীতবোৰত।

'এই ৰং এই সুৰভি'ৰ বিচিত্ৰ ৰং-বেৰঙৰ চৰিত্ৰবিলাকে—মানুহৰ দেহৰ, মনৰ, প্ৰাণৰ ৰং আৰু সুৰভিবিলাকে—হিয়াৰ তৃপ্ত-অতৃপ্ত বাসনাবিলাকে—আৰু চিকিৎসকে চকুৰে নেদেখা মানুহৰ মনৰ বেমাৰবিলাকে ক্ষন্তেকলৈ হলেও বন্ধু বৰদলৈক আমোদ দিব বুলিয়েই উপন্যাসখনি তেওঁলৈ আগবঢ়ালোঁ ; আৰু মোৰ ন-বন্ধু প্ৰকাশক দাসক অন্তৰৰ অভিনন্দন জনালোঁ। ইতি—

১২ বহাগ,
১৮৮৬ শকাব্দ
মঙ্গলদৈ।

শ্ৰীতিলক দাস

"তাৰ পিছত ?"

"গোটেই ৰুমটো এন্ধাৰ হৈ পৰিল। বাহিৰত ধুমুহাৰ লগে লগে ভীষণ বৰষুণ। দুই চাৰিটা ডাঙৰ ডাঙৰ শিলও পৰিবলৈ ধৰিলে। ঢেৰেকনিৰ শব্দত আকাশ-বতাহ যেন কঁপি উঠিল। মোৰ বুকুৰ মাজত সোমাই থকা শলিতাক মই জোৰেৰে আঁকোৱালি ধৰিলোঁ। মোৰ বাহুৰ শক্তিৰে চেপি ধৰাত তাই দুখ পাইছিল যদি কব নোৱাৰোঁ। সেইখিনি সময়ত তেনেকৈ ভাবিবও পৰা নাছিলোঁ। ঢেৰেকনিৰ শব্দ যিমানেই বেছি হৈছিল, বাহুৰ বন্ধনো সিমানেই দৃঢ় হৈছিল। তাইৰ মুখখন মই দেখা নাছিলোঁ। বিজুলীৰ চিক্‌মিকনিত খন্তেক পোহৰ হৈ উঠে মাজে মাজে; কিন্তু সেইখিনি সময়ত মই বাহিৰৰ জগতখনকহে জুমি চাবলৈ যত্ন কৰিছিলোঁ। একোবাৰ তাইৰ দীঘল চুলিকোছাৰ সুঘ্ৰাণে মোক আপোন-পাহৰা কৰিছিল। তাইৰ লাহী আঙুলি কেইটিয়ে মোৰ পিঠিৰ ওপৰত অৰ্গেনত হাত বুলোৱাৰ নিচিনা লাস্য নৃত্যৰ মুদ্ৰাৰ সৃষ্টি কৰা যেন অনুভৱ কৰিছিলোঁ।"

হঠাতেই শ্ৰৱণৰ এটি দীঘল হুমুনিয়াহ।

ৰূপকৰ কথা বৈ গ'ল।

"ইমান দীঘল হুমুনিয়াহ কিয় ?"

"এনেয়ে ভাই। তোমাৰ কাহিনীয়ে মোক অভিভূত কৰিছে। তুমি ভাগ্যৱান।"

"ভাগ্যৱান ?"

"এৰা। জীৱনত প্ৰেমৰ সোৱাদ পোৱাবোৰ ধন্য। পৃথিবীত সকলো ক্ষণস্থায়ী, প্ৰেমৰ বাহিৰে।"

ৰূপকৰ হাঁহি উঠিল।

"নুবুজাৰ কাৰণেহে তুমি হাঁহিছা।"

"তেন্তে বুজাই দিয়াচোন।"

"সকলো ধ্বংস হব, কিন্তু প্ৰেমৰ কাহিনী ধ্বংস নহয়। ৰাম-সীতাৰ কাহিনী, কৃষ্ণ-গোপীৰ কাহিনী, চণ্ডিদাস-ৰামীৰ কাহিনী, অনিতা-গেৰিবল্ডিৰ কাহিনী, ৰোমিও-জুলিয়েটৰ কাহিনী আৰু এনে-ধৰণৰ অসংখ্য কাহিনী আজিও অমৰ। কোনো বিপ্লৱৰ খাণ্ডৱ-দাহত এইবোৰ লিখা ধ্বংস হৈ গলেও, বতাহে বুকুত বান্ধি লৈ ফুৰিব এই কাহিনীসমূহৰ অমৰ বোজা।"

কথাখিনি ভাল লাগিল ৰূপকৰ। তাৰ কথাবোৰৰ এটি বাহাদুৰি আছে। সৰুৰেপৰাই তাৰ কথা আৰু কামৰ একোটি স্বকীয়া বিশেষত্ব। ৰাতিপুৱা আনে পঢ়া সময়ত তাৰ মৰ্নিং-ওৱাক, তাৰ পিছত ফুলনি আৰু বাৰীত কাম কৰা। স্কুলৰ সময়ত মাষ্টৰে কি কৈছে বা কি শিকাইছে তালৈ মন নকৰি, কেনে অঙ্গি-ভঙ্গিৰে কথা কৈছে, কথা কওঁতে মুখখন, চকু দুটা, হাত দুখনে কেনে ধৰণেৰে কি কৰিছে, সেই বিলাকলৈহে নজৰ। আজৰি সময়ত মাষ্টৰৰ ভাও দি আন ছাত্ৰবিলাকক হঁহুওৱাই শ্ৰৱণৰ প্ৰধান কাম। গাঁঠি এটিৰে সৈতে থকা মিশ্ৰ মাষ্টৰৰ অকণমান টিকনিডাল তাৰ হাস্য-ৰসৰ এটি ডাঙৰ বিষয়-বস্তু। এবাৰ গৰমৰ বন্ধ দিবলৈ পতা ৰাতিপুৱাৰ স্কুলৰ হঠাতেই হোৱা কুষ্টি-সভাত সি তেনেকুৱাকৈ এডাল টিকনি গাঁঠি দি মিশ্ৰ মাষ্টৰৰ ভাও দি 'কমিক' কৰাত হেডমাষ্টৰে মাতি নি বেতও দিছিল। কিছুমান ছাত্ৰ কিন্তু জাঙুৰ খাই উঠিছিল আৰু হেডমাষ্টৰৰ এনে শাসনৰ বিৰুদ্ধে এখন সভা পাতি শোভাযাত্ৰাও উলিয়াব খুজিছিল। বৰুৱা গেম্-মাষ্টৰৰ দিহা-পৰামৰ্শতহে শাঁত পৰিছিল।

ছাত্ৰসকলৰ মাজত শ্ৰৱণ আছিল এক বিশেষ আকৰ্ষণৰ কেন্দ্ৰ।

মেট্ৰিক পাছ কৰিছিল ভাল দৰেই। কিন্তু কলেজতহে বেছি দিন পঢ়িব নোৱাৰিলে। কোনোমতে ছ-মাহ থাকি খৰচৰ অভাৱত



পঢ়িবলৈ এৰে। সেই ছ-মাহৰ ভিতৰতেই সি বৰ সৰবৰহী হৈ পৰিছিল। সেই সময়তেই হেনো এজনী ছাত্ৰীয়ে তাৰ পিনে চাই এদিন নহয়, দুদিন নহয়, কেবা দিনো দেখা-দেখি হওঁতে মিচিককৈ হাঁহি গুচি গৈছিল। তাৰ হেনো অন্তৰ পমি গৈছিল। মোক কৈছিল সি, কিবা এটা ফুচুৰি কথা কোৱাৰ দৰেই। তেতিয়া সেই কথাটোৰ গভীৰতা আমি কোনেও উপলব্ধি কৰিব পৰা নাছিলোঁ। এতিয়াহে বুজিছোঁ, সেই কথাৰ গভীৰতা। সঁচাকৈয়ে, তাৰ এখন অন্তৰ আছিল, আজিও আছে।

সি আৰু কিবা কয় বুলি মই অপেক্ষা কৰিলোঁ।

ৰূপকৰ মুখৰ পিনে চাই সৰুকৈ হাঁহি এটি মাৰি সি কলে, "তেনে এটি মধুৰতাৰ সন্ধান পাইছিলোঁ বুলিয়েই এই শ্ৰৱণ আজিও অতি কঠিন কাম দেখিলেও পিছ হুঁহকি নাহে। সেয়েহে, মটৰ কাৰখানাৰ অতি হাৰ্ড আৰু কম্‌প্লেক্‌চ্ কামকো শ্ৰৱণে পানী হেন ভাবি খতম কৰি দিয়ে।"

"ঠিকেই। ই এক অনুপ্ৰেৰণাৰ থল।"

"তাৰ পিছত ?"

"তাৰ পিছত। লাহে লাহে ধুমুহা থামি আহিল। শলিতাই যেন টোপনিৰপৰা সাৰ পালে। বাহুৰ বন্ধন স্খলকি পৰিল। মোৰ বুকুৰ মাজৰপৰা ওলাই তাই মোৰ নিচেই কাষতেই বহিল।"

বহুত ৰাতি হ'ল নে কি ? তাই সুধিলে।

একো ৰাতি হোৱা নাই। শুনা, চাৰিওপিনে এতিয়াও মানুহৰ মাত।

ধুমুহাত ক্ষতিগ্ৰস্ত হোৱা মানুহ সেইবিলাক। ঘৰ নাভাগিলেও গছ-বিৰিখ বহুতৰ শেষ হ'ল কিজানি।

মানুহ নমৰিল যেতিয়া ৰক্ষা।

ইয়াৰপৰাই কেনেকৈ কব কাৰ ক'ত কি হ'ল ?

এনেয়ে কৈছোঁ, অনুমান।

বলক, মোক ঘৰত থৈ আহক।

ঘৰত ?

হয় ?

কাৰ ঘৰত ?

আমাৰ ঘৰত।

এইখন জানো তোমাৰ ঘৰ নহয় ?

কথাষাৰ কৈয়েই তাই মোৰ কোলাত মূৰটো থৈ মোৰ সোঁ হাতৰ আঙুলি কেইটা পিটিকিবলৈ ধৰিলে। ময়ো তাইক সাৰটি ধৰি চুমা খাবলৈ ধৰিলোঁ। যিমানেই খাওঁ, সিমানেই তাইৰ প্ৰতি মোৰ মৰম বেছি হোৱা যেন অনুভৱ হয়।

"তুমি বৰ নিলাজ হে।" শ্ৰৱণে ৰূপকৰ পিনে ঘোপাকৈ চাই কলে।

"অৱশ্যে, নিলাজেই বোধহয় হৈছিলোঁ। তাৰ বাহিৰেতো মোৰ অন্য উপায় নাছিল।"

"ভালেই কৰিছিলা।"

"ভাল বেয়াৰ মাজেদিয়েই জীৱনটো গ'ল।"

"নৈতিকতাৰ হিচাব কৰিবলৈ বহুত সময়তেই নহ'ল। কিন্তু জীৱনত মানুহক হিংসা কৰা নাই, সৰহ সংখ্যকক ভাল পাবলৈহে যত্ন কৰিছোঁ।"

"সেয়েই ধৰ্ম্ম ভাই। দেৱ-দেৱী মিছা, বেদ-বাইবেল মিছা, পূজা-হোম-যাগ-যজ্ঞ প্ৰৱঞ্চনা, ব্ৰাহ্মণ-বিগ্ৰহ-দান-দক্ষিণা অহঙ্কাৰৰ বাহিৰে একোৱেই নহয়। মানুহক ভাল পোৱাই হৈছে প্ৰকৃত ধৰ্ম্ম।"

আৰু কিবা কয় বুলি ৰূপকে বাট চালে। শ্ৰৱণে আৰু বেছি কথা নকলে। ৰূপকে পুনৰ তেওঁৰ আত্ম-জীৱনী আৰম্ভ কৰিলে ঃ

"তুমি মোক নিলাজ বুলিয়েই কৈছা, কিন্তু মোৰ বোধেৰে মই নিৰ্লজ্জতাৰ অভিনয় কৰা নাছিলোঁ; মাথোঁ মোৰ প্ৰাণৰ আকাঙ্ক্ষা আৰু অনুভূতিবিলাকক ৰূপ দিবলৈহে যত্ন কৰিছিলোঁ। বিৰাট



বিশ্ব-ব্ৰহ্মাণ্ডৰ সৌন্দৰ্য্য যেন মই শলিতাজনীৰ মাজতেই বিচাৰি পাইছিলোঁ।"

"চমু কৰাহে ভাই।"

শ্ৰৱণৰ মুখত যেন এটি বিৰক্তিৰ ভাব প্ৰকাশ পালে। ৰূপকেও ভাবিলে, ঠিকেই। কৰ্ম্মব্যস্ত জগতত আজি কবিতাৰ দিন নাই। জোন-বেলি-তৰাৰ সৌন্দৰ্য্য কাহানিবাই শেষ হৈ গ'ল। এতিয়া মানুহে তালৈ গৈ সাম্ৰাজ্য বিস্তাৰ কৰিবলৈহে বিচাৰিছে। দূৰৰপৰা সৌন্দৰ্য্য উপভোগ কৰি ক্ষান্ত হব নোৱাৰা হৈছে।

অলপ সময়ৰ পিছতেই মানুহৰ হাই-উৰুমি কমি আহিল। বোধহয়, বয়-বস্তু কিছু সামৰি-সুতৰি সকলোৱে নিশাটোৰ বাবে জিৰণি লবলৈ গ'ল।

মই শলিতাক কলোঁ, শলিতা, নিশাটোৱেই মানুহৰ কাৰণে এটাইতকৈ সুন্দৰ সময়।

কেনেকৈ ? তাই প্ৰশ্ন কৰিলে।

কাৰণ দিনটো জীৱিকাৰ বাবে আৰু নিশাটো জীৱনৰ বাবে।

তাই কিবা ভাবি মনে মনে থাকিল। সম্ভৱ, এনেবিলাক কথাৰ ভিতৰত সোমাবলৈ মন নকৰিলে। মইও আৰু কথাটো বুজাবলৈ নগলোঁ।

"ভালেই কৰিছিলা। বৰ বেছিকৈ দৰ্শনৰ ফালে নোযোৱাই ভাল। জগতখনত প্ৰকৃততে একো দৰ্শন নাই, ই এটা নিৰ্ম্মম বাস্তৱ।"

শ্ৰৱণৰ কথাষাৰত ৰূপকে প্ৰতিবাদ নকৰিলে। তাৰ কথাবিলাকে ভাবিবলৈহে বাধ্য কৰায়।

দুয়ো কথাপাতি বাহিৰলৈ ওলাই আহিল।

তেজপুৰ নগৰত আজিকালি জনতা বাঢ়িছে। সীমান্তৰ সৈন্যৰ সমাবেশে অসমৰ সমগ্ৰ উত্তৰ পাৰটোত এটি যেন জাগৰণ আনি দিছে। অনাদৃত অসমলৈ কেন্দ্ৰৰ চকু পৰিছে। দফলা-মিৰিৰ গাঁওলৈ

যোৱা কেঁচা বাট পকা হৈ ৰেলগাড়ীয়ে উকি মাৰিছে। নগৰৰ বজাৰত ভাৰতৰ বিভিন্ন ৰাজ্যৰ সৈনিক পৰিয়ালৰ খদম্-দম্ লাগিছে। বস্তুৰ দাম বাঢ়িছে।

"মই কিন্তু সোনকালে উভতিম দেই। মেনেজাৰ মায়া বৰুৱাৰ গাড়ীখন কালিলৈ ৰাতিপুৱা ন বজাত দিবই লাগিব।"

"এতিয়া ৰাতি কাম কৰিবা ?"

"জগতখন নিটাল মাৰিলে কাম কৰিবলৈ ভাল লাগেহে ভাই। সৰুসুৰা কামবোৰ ৰণজিৎ আৰু জীৱনে দিনতেই কৰি পেলায়। টান কামখিনি ৰাতিলৈ মোৰ বাবে থাকে। মায়া বৰুৱাৰ গাড়ী ঠিক সময়ত দিব নোৱাৰিলে, হুঁ, ঘৈণীয়েকে একে খুন্দাই মাৰি পেলাব। ইহঁতৰ প্ৰেমৰ কাহিনীও অমৰ হৈ ৰব যেন পাইছোঁ।"

"হয় নে কি ?"

"আকৌনো কি ? অপাৰেচন কৰি ভয় মাৰি লৈছে নহয়।"

"তোমাৰ কাৰখানাৰ বাবেই এই শ্ৰেণীটোৰ মানুহবোৰক বুজিবলৈ তুমি ভাল সুযোগ পাইছা।"

"বৰুৱানীৰ আগত বৰুৱাই মাতিবই নোৱাৰে নহয়। ছোৱালী দুজনী যে হৈছে, মাককো চেৰ পেলাব। সিহঁত আহিলে, কাৰখানা ৰজনজনাই যায় নহয়। ৰণজিৎ আৰু জীৱনক দুয়ো ঐ ঐ কৈ মাতে; সেয়ে বৰ খং সিহঁতৰ।"

"বাগানৰ মাজত থাকে নহয়, ভাল সমাজ নেদেখে।"

"সঁচাকৈ ভাই। মোৰো খং উঠি যায়, কিন্তু গ্ৰাহক বুলিহে মনে মনে থাকোঁ। বৰুৱানী অদ্ভুত তিৰোতা। পইচাখিনি দিয়াত দিবই, কিন্তু তাৰ আগতে ভয়ানক তৰ্ক-বিতৰ্ক এখন লগাই দিব খোজে।"

"কাৰ লগত ?"

"বৰুৱাৰ লগতেই, পাৰিলে মোৰ লগতো লাগিব খোজে। পইচা দিয়াত কিন্তু বৰুৱা ভাল দেই। অভাৱ নাই সিহঁতৰ।"



"সেইবিলাক অপচয় কৰা ধন চৰকাৰী সম্পত্তিত পৰিণত কৰি, সেই আয় দেশৰ কামত লগাব পাৰিলে দেশৰ কিমান উপকাৰ হ'লহেঁতেন।"

"এতিয়া মন্ত্ৰীবিলাকেই বাগান কৰাত লাগি গৈছে ; সেইবিলাক আৰু আশা কৰা নে ?"

দুয়ো কথা পাতি পাতি ষ্টেচনৰ ফালে আগবাঢ়িল। ষ্টেচনৰ ওচৰতেই থকা লেতেৰা হোটেল কেইখনত লেতেৰা খানা আৰু লেতেৰা কথাৰ দল্‌দোপ্ লাগি পৰিছে।

## —দুই—

আজি পৃথিবীত জুই লাগিছে। সকলো ঠাইতে জুই জ্বলিছে। ক'ৰবাত জুই দেখা গৈছে, আন ক'ৰবাত তুঁহ জুইৰ দৰে নেদেখাকৈ জ্বলিব ধৰিছে। এই চকুৰে নেদেখা জুই বৰ মাৰাত্মক। বিৰাট শক্তিশালী অট্টালিকাকো ই বগৰাই দিয়ে, বৰটোপৰ খাওঁ খাওঁ মুখত চেঁচা পানী ঢালে, এটম বোমাকো অকামিলা কৰে।

যুগৰ হেঁচাত চেপেটা লাগি থকা তথাকথিত আৱৰ্জ্জনাস্বৰূপ সাধাৰণ প্ৰজাৰ অন্তৰতো আত্মবোধৰ শিহৰণ উঠিছে। নহলেনো সিদিনা বৰবজাৰৰ বৰমহাজনৰ বৰগোলাৰ সমুখত সাধাৰণ ৰিক্‌চাৱালা কেইটাই কম প্ৰতাপ দেখুৱালে নে! মানুহতো সিহঁত! 'কুত্তাকা বাচ্চা' বুলি গালি পৰাত সিহঁতে বৰগোলা ঘেৰাও কৰি বৰমহাজনক প্ৰতাপ দেখুৱাই দিলে। অৱশ্যে শৃঙ্খলা নাই সিহঁতৰ মাজত। তুঁহ জুই জ্বলিছে সিহঁতৰ মাজত সঁচা, কিন্তু শৃঙ্খলা অহা নাই।

বৰহাকিমৰ লগত অহা কেৰাণী জয়ৰাম দাসৰ মূৰত বৰ বেয়াকৈয়ে আঘাত লাগি গ'ল।

নেদেখা ঠাইৰপৰা মাৰি দিলে শিল গুটি, বৰমহাজনলৈও

মাৰিব পাৰে, বৰহাকিমলৈও মাৰিব পাৰে ; কিন্তু লাগিলগৈ বেচেৰা কেৰাণীজনৰ মূৰত। হচ্‌পিটাললৈ যাবলগীয়া কৰি দিলে।

খবৰ পাই শ্ৰৱণ তেতিয়াই হচ্‌পিটাল পালেগৈ। বাটে বাটে যাওঁতে বিশৃঙ্খল ৰিক্‌চাৱালাহঁতক ভোৰ্‌-ভোৰাই গালি পাৰি গৈছিল।

নগৰত তেতিয়া এখনো ৰিক্‌চা চলা নাছিল। সকলোৱে বৰমহাজনৰ গোলাৰ সমুখত হৈ-চৈ কৰি আছে। সিহঁতৰ ইউনিয়নৰ সভাপতি বৰুৱা উকীল আৰু চেক্ৰেটাৰী গোবিন্দ শৰ্ম্মাই বুজাই-বঢ়াইহে মানুহবিলাকক দিহা-দিহি পঠিয়াব পাৰিছিল।

"বিচাৰৰ দিন ঠিক কৰা হৈছে, আপোনালোক যাওক, কামত লাগকগৈ। এজন মানুহৰ পাপ কৰ্ম্মৰ বাবে, আনসকলৰ অসুবিধা কৰাটো উচিত নহব।"

শৰ্ম্মাৰ কথা শুনি এজনে মাত লগালে, "বাবু, দিন কেতিয়া ঠিক কৰা হৈছে ?"

"আমি দুয়োজনে কালিলৈ ডি-চি চাহাবক লগ ধৰি তাৰিখ লম। লেবাৰ অফিচাৰো উপস্থিত থাকিব। এই দুৰ্ব্যৱহাৰৰ প্ৰতিকাৰ কৰা হব।"

"বিচাৰ চাহিয়ে, বিচাৰ।"

আন কোনোবা এজনে লগাই দিলে, লাল ঝাণ্ডা কৰে পুকাৰ।

ইন্‌কিলাব্ জিন্দাবাদ্।......

লেবাৰ ইউনিয়ন কৰে পুকাৰ।......

ইন্‌কিলাব্ জিন্দাবাদ্।......

শোভাযাত্ৰা বাহিৰ হ'ল।

বৰুৱা আৰু শৰ্ম্মা অনিচ্ছাসত্বেও দুখন ৰিক্‌চাত উঠি শোভাযাত্ৰাৰ লগত যাবলগীয়া হ'ল।

তেতিয়া জয়ৰাম দাসৰ ওচৰত শ্ৰৱণ বহি আছিল। বেণ্ডেজ আদি বন্ধা শেষ হৈ গৈছে, মাথোঁ দাসক ঘৰলৈ নিয়াৰ কিবা এটা ব্যৱস্থাৰ বাবে ৰৈ আছিল।



শোভাযাত্ৰাৰ ধ্বনি শুনি দাসে কলে, "ৰিক্‌চাৱালাই বোধহয় সেয়া শোভাযাত্ৰা উলিয়াইছে।"

"সেই বদ্‌মাচ কমিউনিষ্ট কেইটাই কিবা এটা সুবিধাহে পাব লাগে। কি এনে ডাঙৰ ঘটনা হ'ল যে শোভাযাত্ৰা উলিয়াব লগা হ'ল ? লেবাৰ আইনবিলাকে এতিয়া দেখিছোঁ দালালৰ দল হে সৃষ্টি কৰিলে।"

জয়ৰাম মনে মনে থাকিল। নিজৰ মূৰত আঘাত লাগিলেও, এই সাধাৰণ লোকসকলৰ জাগৰণত তেওঁৰ কিন্তু আনন্দহে লাগিল।

শোভাযাত্ৰা পাৰ হৈ গ'ল।

"তুমি অলপমান থাকা, মই এখন টেক্সি লৈ আহোঁগৈ।"

শ্ৰৱণ ওলাই গ'ল।

লাহে লাহে কম্পাউণ্ডাৰজনো আঁতৰিল।

নাৰ্চজনীয়ে বাৰাণ্ডাতেই টহল দিলে।

জয়ৰামে ঘৰখনৰ কথা ভাবিলে। মাহৰ শেষ, পইচা এটিও নাই। পৰগনীয়া কলিতাই বস্তুখিনি বাকীকৈ দিছে বুলিহে। আকৌ যদি মোৰ এই ঘটনাৰ কথা শুনিছে, ঘৰখনত চাগৈ কি হুৰা-দুৰাখন লাগিছে !

ক্ষন্তেকৰ ভিতৰতেই শ্ৰৱণ টেক্সি এখন লৈ ওলালহি।

"বলা, মোৰ কাৰখানাৰপৰাই এই গাড়ীখন লৈ আহিলোঁ।"

লাহে লাহে গৈ দুয়ো গাড়ীত উঠিল।

ঘৰ পালে।

ডাঙৰ ছোৱালী পদুমীয়ে দেউতাকৰ মূৰত বেণ্ডেজটো দেখিয়েই, "মা, মা, দেউতাৰ কিবা হৈছে" বুলি চিঞৰি উঠিল।

"গণ্ডগোল নকৰিবি তহঁতে, বিশেষ একো হোৱা নাই।" শ্ৰৱণে কয়।

শ্ৰৱণৰ কথা শুনি দেউতাকেও কলে, "অলপমান লাগিছে, একো হোৱা নাই।"

পাঁচটি ল'ৰা-ছোৱালী আৰু ঘৈণীয়েকে তুয়োকো আগুৰি ধৰিলে।

শ্ৰৱণে তেওঁক বিচনাত জিৰণি লবলৈ কলে। ঘৈণীয়েক জয়মতীয়ে গাত ধৰি তেওঁক বিচনালৈ নিলে।

ঘৰখন যেন কাঁহ পৰি জীণ গ'ল।

জয়ৰাম দাস স্কুলীয়া জীৱনত শ্ৰৱণৰ সহপাঠী আছিল। মেট্ৰিক পাছ কৰাৰ পিছতেই জয়ৰাম এখন চাহবাগানৰ কামত সোমাইছিল। পিছে ঘৰৰপৰা বহুত নিলগ হয় গতিকে তেওঁ সেই কাম এৰি নগৰতেই আদালতৰ অফিচত কেৰাণী কামত ভৰ্ত্তি হয়। বাপেক থাকোঁতেই বিয়াখনো হৈ যায়। এতিয়া তেওঁৰ ল'ৰা তুটা আৰু ছোৱালী তিনিজনী। ঘৈণীয়েক জয়মতীয়ে টানি-আঁজুৰি কোনোমতে ঘৰখন চলাইছে।

শ্ৰৱণৰ কাৰ্য্যক্ষেত্ৰ বেলেগ হলেও জয়ৰামৰ লগত বন্ধুত্ব অটুট আছে। এপাল ল'ৰা-ছোৱালী কৰা বুলি বন্ধু দম্পতীক তৰ্জ্জন-গৰ্জ্জন কৰি ধেমালিও কৰে।

সকলো দিহা-পৰামৰ্শ দি শ্ৰৱণ উভতিল।

শোভাযাত্ৰাৰ শেষত ৰিক্চাৱালাই তেতিয়াও মানুহ অনা-নিয়া কৰা নাই। জুম বান্ধি বান্ধি নানা কথা-বতৰা চলায়ে আছে।

শ্ৰৱণ কাৰখানালৈ আহি পোছাকী চোলাটো থৈ কামত লাগিল। কাম কৰা ডেকা তুজনে তেতিয়া কামৰ বয়-বস্তু সামৰি-সুতৰি আহিবলৈ ওলাইছে।

"তহঁত যাব ওলাইছ নে কি অ' ?"

"হয় ককাইদেউ।"

"যা বাৰু, ৰাতিপুৱা সোনকালে আহিবি। চাহ খালি নে নাই ?"

"খাইছোঁ।"

"অ' ৰূপকদাৰ নবৌ আহিছিল।"

"কিয় ?"

"আপোনাক বিচাৰি, কালিলৈ যেনে তেনে মাতিছে।"



"হু!"

সিহঁত তুয়ো গুচি গ'ল।......

শ্ৰৱণে ৰূপকৰ পৰিয়ালটিৰ কথা ভাবিলে।

ইজনে ফুৰে সভা-সমিতি, থিয়েটাৰ-চিনেমা কৰি। বেচেৰী মাইকী মানুহজনীয়ে তুটি সৰু ল'ৰাৰে সৈতে কেনেকৈনো পোহপাল যায় ?

তেওঁ কামত লাগিল, একান্ত মনে।

হাতুৰী কোবোৱা, বল্টু-ঘূৰোৱা, অয়লিং কৰা, জাল মৰা আদি বিভিন্ন কাম অকলেই বিশ্বকৰ্ম্মাৰ দৰে কৰি যায় বহুত ৰাতিলৈকে।

কাৰখানাৰ পিছপিনেই তেওঁৰ থকা কোঠাটো। ৰন্ধা-বঢ়া কৰা সৰু ল'ৰা এটা তেওঁৰ আছে। টেবুলত ভাত উলিয়াই থৈ সি সদায় খাই-বৈ টোপনি যায়। তেতিয়া শ্ৰৱণে নিজৰ ইচ্ছামতে সময় কটায়। খোৱাত বেছি সময় নালাগে, কিন্তু অযথাই বহুত ৰাতি কৰি পেলায়। সেইটো তেওঁৰ এটি অভ্যাস।

কাৰখানাৰপৰা তেওঁৰ যথেষ্ট আয় হয়। কিন্তু তেওঁৰ জমাৰ ঘৰত সদায় শূন্য। আগতে তুই চাৰিয়ে ছোৱালীও যাচিছিল, কিন্তু এতিয়া আৰু কোনো আগবাঢ়ি নাহে। তেওঁৰো আৰু এতিয়া সংসাৰ পতা কথাটো ভাবৰ অতীত হৈ আহিছে। মাথোঁ বহুত দিন আগতে এজনী ছোৱালীয়ে এটি আকুল দৃষ্টিৰে তেওঁৰ পিনে চাই হাঁহি মৰা দৃশ্যটোৱে কেতিয়াবা মনটো টানি নিব খোজে। ক'ৰ ছোৱালী, কি কথা, কি বতৰা তেওঁৰ আৰু সেইবোৰ একো অনুসন্ধান কৰা নহ'ল। তেতিয়া তেনেধৰণৰ একো হাবিলাষো দেখো মনৰ মাজলৈ নাহিল। কিন্তু সেই চাৱনিত তেওঁৰ মনৰ নিভৃত চুকত ৰৈ গ'ল টিমিক্-টামাক্কৈ জ্বলা এগছি বন্তিৰ শেঁতা পোহৰ।

তেওঁৰ কাৰখানাৰ কাম-কাজত ফাকি-ফুকা নাই। সেয়ে, বহুতেই হাবিলাষ কৰিয়েই মটৰ গাড়ী তেওঁৰ কাৰখানালৈহে মেৰামতি আদি কৰিবলৈ লৈ আহে। কাৰো পৰা অন্যায়কৈ ধন-বিত নলয়।

গাড়ীৰ ইঞ্জিনৰ শব্দটো শুনিয়েই ক'ত কি হৈছে, তেওঁ ধৰিব পাৰে। ইঞ্জিনৰ কাম কৰিবলৈ ধৰিলে তেওঁ সকলো পাহৰি যায়।

ৰাতিৰ নিস্তব্ধতাই জগতক আগুৰি ধৰিলে। শ্ৰৱণেও তেওঁৰ কাম শেষ কৰি কাৰখানাৰ দুৱাৰ মাৰি কোঠাত সোমাল। তেওঁৰ লেতেৰা হৈ থকা বিচনাখনৰ কাষত থকা টেবুলত কিছুমান কিতাপ-পত্ৰ সিঁচৰতি হৈ আছিল। বেৰবিলাকৰ কাষে কাষে ভগা-ছিগা লোহা-লক্কৰ কিছুমান পৰি আছিল। বেৰত ছবি বা ফটো একো নাই, মাথোঁ দুখন কেলেণ্ডাৰ দুই ফালে ওলমি আছে আৰু দুই এটা তাৰিখত ৰঙা দাগ মাৰি থৈছে।

## —তিনি—

"আপোনালোক কেবাজনৰো বক্তব্য, মন্তব্য আৰু আলোচনা-বিলোচনা শুনি যথেষ্ট ভাবিবলৈ সম্বল পাইছোঁ। কিন্তু 'বেদা বিভিন্না স্মৃতয়ো বিভিন্না' যেতিয়া একমত হব পৰা নাই। তেন্তে পথ কি? 'মহাজনো যেন গতা?' জনসমূহ যি বাটে গৈছে, সেয়েই বাট, সেয়েই পথ। মহাজন শব্দৰ অৰ্থ জনসমূহৰ বাহিৰে আৰু একোৱেই নহয়। আজিৰ যুগত সহজ অৰ্থত মেজৰিটি। আজিৰ ভাৰতবৰ্ষই এই মেজৰিটি-নীতি অৱলম্বন কৰিছে। এই নীতিৰ কাৰ্য্যত ভুল হলেও, কাৰো কবলৈ একো নাই।"

এয়া এখনি আলোচনী চক্ৰ। গোৱালপাৰা জিলাৰ সোণাফুলি গাঁৱত হৈ যোৱা কৃষক সভাৰ ই এখনি সন্ধিয়াৰ আলোচনী বৈঠক। আলোচনাৰ বিষয়-বস্তু আছিল মানৱ-ঐতিহ্য, মানৱ-জীৱন-দৰ্শন আৰু মানৱৰ ভৱিষ্যৎ।

চাৰিজন আলোচকে আলোচনা শেষ কৰাৰ পিছত ৰূপকে কবলৈ ধৰিছিল।



শ্ৰোতা আছিল বিভিন্ন বয়সৰ।

ডেৰ-কুৰিৰ বেছি শ্ৰোতা নাছিল। পোন্ধৰজনমান ডেকা, চাৰিজনীমান গাভৰু, চাৰি গৰাকীমান বুঢ়ী আৰু বাকী কিজন বুঢ়া।

"আজি ৰজা নাই নহয়, আছে; কিন্তু এজন ৰজা নাই, বহু ৰজা! এই বহু ৰজা যেতিয়া একমত হব, সেয়েই হয় এজন ৰজাৰ মত অৰ্থাৎ চৰকাৰী মত। এই চৰকাৰী মত যে সদায় শুদ্ধ হব, এনে নহয়। ভুলো হয়, হৈছে আৰু হব। এই ভুলৰপৰা হাত সাৰিবলৈ কোনো কোনো সময়ত ৰাজহুৱা অভিমত আহ্বান কৰা হয়, কিন্তু দুই এজন নিস্বাৰ্থ জ্ঞানীৰ বাহিৰে সকলোৱে চৰকাৰী অভিমতকেই সমৰ্থন কৰে। চৰকাৰে অধৰ্ম্ম কৰিলেও মুখ বন্ধ কৰি থাকে। মুকলি ৰাজসভাত যেতিয়া কৌৰৱ ৰাজপক্ষীয় দুঃশাসনে দ্ৰৌপদীক নিৰ্লজ্জভাৱে উলঙ্গ কৰিবলৈ যত্ন কৰিছিল তেতিয়া ধাৰ্ম্মিক, জ্ঞানী পিতামহ ভীষ্মৰ নিচিনা লোক তাত নাছিল নে? আছিল। কিন্তু ভীষ্ম হৈ থাকিল নিমাত। সেয়েহে দেখা যায়, ৰাজপক্ষীয় দুঃশাসনৰ বিৰুদ্ধে প্ৰতিবাদ কৰা মানুহ জগতত বিৰল। দুঃশাসনৰ বিৰুদ্ধে প্ৰতিবাদ কৰিব পৰা, আৰু এই দুঃশাসনক বধ কৰি ৰক্তপান কৰিব পৰা ভীমৰ নিচিনা বীৰ ওলাব লাগিব। পঞ্চভূতী দেহৰ পঞ্চ জ্ঞানেন্দ্ৰিয়ক বাট দেখুৱাওঁতা কৃষ্টিৰ আকৰ কৃষ্ণক অনুসৰণ কৰাই মানৱ দৰ্শন। সংস্কৃতি সম্পন্ন ক্ৰমবৰ্দ্ধমান সমবায়ী সঙ্ঘবদ্ধ সমাজে শাসন বা দুঃশাসনৰ কবলৰপৰা মুক্তি লাভ কৰাই মানৱৰ ভৱিষ্যৎ।"

সকলোৱে ৰূপকৰ কথাবিলাক মন্ত্ৰ-মুগ্ধৰ দৰে শুনি থাকিল।

এজনীয়ে আৰু এজনীৰ কাণত লাহেকৈ কলে, "উমিৰাৰ কথা বৰ ভাল লাগেৰে।"

"নালাগ্‌ব কিয়? বিদ্বান লোক এক্‌জন।"

মানুহ ভাগিল।

খোৱা-থকাৰ ব্যৱস্থা হ'ল।

"ঐ বুঢ়ী, তই থাক। অতিথিক লৈ যাবিৰে।"

ৰূপকৰ ফালে চাই এজনে কলে, "আপোনাক উনাৰ বাৰীত থৈ আহিম। তাতেই থাকা-খাৱাৰ বন্দৱস্ত হৈছে।"

ছোৱালীজনীৰ ফালে ৰূপকে চালে। বেছ হৃষ্ট-পুষ্ট স্বাস্থ্যৱান ছোৱালী।

"কি নাম তোমাৰ ?"

"সোণমাই।"

"সোণাফুলিৰ সোণমাই। ঠিক নাম।"

তাই মিচিকিয়াই হাঁহিলে।

সোণমাইৰে সৈতে দুজন মানুহৰ লগত ৰূপক আগবাঢ়িল।

কেঁচা জোনটিয়ে তেতিয়া এজোলোকা শেঁতা পোহৰ ঢালি দিছে। সোণাফুলিৰ সোণমুৱা সৌন্দৰ্য্য ৰূপকে উপলব্ধি কৰিলে। সোণমাইৰ সান্নিধ্যই তেওঁক সেই সৌন্দৰ্য্য উপলব্ধি কৰাত সহায় কৰিলে।

সোণমাইহঁতৰ ঘৰ। চাৰি পাঁচোটা সৰু সৰু খেৰৰ ঘৰ। তাৰে এটি সৰু ঘৰতেই ৰূপকক বহিবলৈ দিলে।

"কিছু নাভাবিব।" লগত যোৱা মানুহ এজনে কলে। "সণাৰ বাপ অত্যন্ত সৰল লোক। অতিথি পূজা তাৰ ধৰ্ম্ম সদৃশ। ঐ সণা, শুনৰে।"

"দাদা।"

"শুনৰে।"

তাই লৰি আহিল।

"পাকেৰ খবৰ কৰ। হাত-পাৱ ধুৱাৰ পানী দে।"

"হব হব।"

সোণমাইৰ বাপেকে আহি ৰূপকক নমস্কাৰ জনালে।

"নিজেৰ বাৰীৰ মত খাবি, থাকিবি বাবা। সণাবুঢ়ীৰ বাহিৰে আমাৰ আৰ অন্য চা-চাৱা কিছু নাই। মা-টা হৈছে বেৰামী। কোনো



লোক—অতিথি গ্ৰামে আহিলেই সৰ্ব্বদাই আমাৰ ঐ ঘৰেই চেংৰাগুলা খাৱা-থাকাৰ যোগাৰ কৰে।"

"সেইটো আপোনাৰ ভাগ্য।"

ভগৱানেৰ কৃপা বাবা। তুই থাকিবি বাবা। আমাৰ সণা আছে, তাই চব কৰ্‌বো।"

বুঢ়া গুচি গ'ল।......

অলপ পিছতেই খোৱা-লোৱা শেষ হ'ল। ৰূপকৰ লগত কৃষক-সভাৰ কেবাজনো সভ্যই খালে। ৰন্ধা-বঢ়াও কৰিলে কৃষকেই।

ৰাতি। জোনাক ৰাতি।

বেৰৰ জলঙাইদি জোনৰ পোহৰ পৰিছে। ৰূপকে প্ৰাকৃতিক সৌন্দৰ্য্যৰ লগত সামাজিক সৌন্দৰ্য্যসমূহ কেনেকৈ খাপ খাই আছে ঠাইখিনিত, তাকেই যেন উপলব্ধি কৰিছে।

এনেতে বাঁহৰ দুৱাৰখনত কেৰ্-কেৰ্‌কৈ এটি শব্দ উঠিল।

"অ' সোণ !"

লাজকুৰীয়াভাৱে তাই দুৱাৰখনত ভেঁজা দি থিয় হ'ল।

"বহা, মুঢ়াটোতে।"

"আপোনাৰ অনেক অসুবিধা হব। দুখীয়া মানুহৰ ঘৰত কিছু নাই।"

"দুখীয়া মানুহৰ ঘৰতেইতো তোমাৰ নিচিনা লখিমী থাকে।"

তাই নিৰুত্তৰ।

ক্ষীণ পোহৰৰ মাজত জ্বলি থকা সোণৰ সৌন্দৰ্য্যখিনি ৰূপকে নিৰীক্ষণ কৰি থাকিল। সোণমায়ে মূৰ দাঙোতেই দেখিলে তাইলৈ চাই থকা ৰূপকৰ চকু দুটা। তাইৰ চকু দুটি আন ফালে ঘূৰি গ'ল।

অসমৰ ঘৰে-ঘৰে, গাঁৱে-গাঁৱে সিঁচৰতি হৈ থকা এই বহুমূলীয়া সোণবোৰ! এইবোৰ অসমৰ সম্পদ, পৃথিবীৰ সম্পদ আৰু মানৱ-জাতিৰ অহঙ্কাৰ।

"কেইদিন থাকিব ?"

"ৰাইজেহে জানে। ৰাইজে বিদায় দিলে এতিয়াই গুচি যাম।"

"আপোনাৰ বৌ ?"

"আছে ঘৰতেই। আমাৰ তেওঁৰ নামো সেয়েই।"

"মানে ?"

"সোণ। অৱশ্যে ঘৰুৱা নামহে সোণ। আচল নাম শলিতা।"

"অ।"

তাই যেন লাজ পায়।

"এক্‌বাৰ আমাৰ ইদিকে···"

"এ, সময় ক'ত ? মই ফুৰোঁ এনে দৰে সভা-সমিতি, নাচ-নাট-ভাওনা-সবাহত আৰু তেওঁ আৱদ্ধ প্ৰায় ঘৰতেই। ল'ৰা ছুটি ওপজাৰ আগতেই অৱশ্যে কেতিয়াবা মোৰ লগত দুই এঠাইলৈ গৈছিল। এতিয়া অসুবিধা।"

"চাৱা ছুটা কত বৰ হৈছে ?"

"এটাৰ সাত আৰু এটাৰ তিনি বছৰ বয়স। সংসাৰ আমাৰ বাবে নহয় সোণমাই।"

কথাখিনিৰ যেন তাই অৰ্থ নুবুজিলে। তথাপিও বুজাৰ ভাও ধৰি তাই ৰূপকৰ পিনে চাই থাকিল। তেওঁৰ মুখখন, তেওঁৰ কথা, ভাব, ভাষা, প্ৰকাশভঙ্গী সকলোবিলাক তাইৰ যেন ভাল লাগি আছে।

খন্তেকৰ বাবে লগ পোৱা সোণমাইজনীকো ৰূপকৰ ভাল লাগি আছে, তাইলৈ এটি মৰম জন্মে, মায়া লাগে।

সোণমাই আঁতৰি আহে। ৰূপকৰ মনটো সেমেকে।

এদিন, দুদিন, তিনিদিন থাকে সোণাফুলিৰ কৃষকসকলৰ মাজত ৰূপক। যুগৰ নিপীড়নত চেপেটা লাগি থকা কৃষকসকলৰ আত্ম-জাগৰণৰ ভাৱত ৰূপকে আনন্দ পায়। যুগৰ মামৰ এৰাইছে সঁচা, কিন্তু আজিও যেন এই কৃষকসকলৰ বহুত বস্তুৰেই অভাৱ। কুসংস্কাৰ আৰু অন্ধবিশ্বাসৰ ডাঠ আৱৰণ আজিও কৃষকসকলে সম্পূৰ্ণ ভেদ কৰিব পৰা নাই। ধৰ্ম্মৰ নামত ষড়যন্ত্ৰ চলাই থকা পুৰোহিত শ্ৰেণীৰ



কথাত ভোল গৈ প্ৰলয়ৰপৰা ৰক্ষা পাবলৈ ইয়াতো এদিন এৰাতি যজ্ঞ পাতিছিল। তথাপিও, তাৰ মাজতেই যেন এটি আশাৰ ৰেঙণি দেখা গৈছে, জাগৰণৰ সূচনা হৈছে; অন্যায়, অত্যাচাৰ, উৎপীড়নৰ বিৰুদ্ধে জুই জ্বলিছে।

* * * *

## —চাৰি—

সোণচিৰি বাগানত যোৱা ৰাতি বৰ হৈ-চৈ কাণ্ড এটা হৈ গ'ল। কেইদিনমান আগৰপৰাই তাত বসন্তই দেখা দিছিল। বনুৱাৰ মাজত বসন্ত হলে সিহঁতে পৰাপক্ষত সদৰী নকৰে। কাৰণ প্ৰকাশ হলে দেৱীৰ কোপ বেছি হয় বুলি সিহঁতৰ ধাৰণা। তেনেস্থলত যদিহে আকৌ কোনো কুৰ্চ্ছচ বুঢ়া-বুঢ়ী থাকে তেনেহলে সিহঁতৰ সৰ্ব্বনাশ। বনুৱাবিলাকৰ বিশ্বাস যে কুৰ্চ্ছচ বুঢ়া-বুঢ়ীৰ গাত ডাইনী লম্ভে আৰু সিহঁতে বেমাৰৰ ভাও ধৰি ল'ৰা-ছোৱালী সকলোকে খাই শেষ কৰে। গতিকেই তেনে ডাইনী লম্ভা বুঢ়া-বুঢ়ীক সিহঁতে মৰিয়াই মৰিয়াই ডাইনী খেদে আৰু তেনেকৈ ডাইনী খেদোঁতে কেতিয়াবা কোনো বুঢ়া-বুঢ়ীৰ জীৱনেই শেষ হৈ যায়।

সোণচিৰি বাগানতো যোৱা ৰাতি প্ৰায় সেয়েই হ'ল। লক্ষ্মণ নামৰ এজন বুঢ়াক ডাইনী বুলি ধৰি ইমানকৈ মৰিয়ালে যে সি প্ৰায় শেষ হওঁ হওঁ হ'ল।

ৰাতিপুৱা তাক হচ্‌পিটাললৈ পঠোৱা হ'ল।

মায়া বৰুৱাই তেতিয়াই ঘটনাটো থানালৈ ৰিপোৰ্ট কৰিলে।

পুলিচ আহিল। তেওঁলোকে সন্দেহক্ৰমে সাতজন মানুহক গ্ৰেপ্তাৰ কৰিলে আৰু লক্ষ্মণৰ জৱানবন্দী লৈ থানালৈ গুচি গ'ল ।

বাগানৰ সকলো বনুৱাই এই কেইদিন বৰ তৎপৰ। নিজৰ কামলৈ ঠিক সময়ত যায়। বস্তিবিলাকত সাৰ-শব্দ নাই। ইপিনে

বসন্ত, আনপিনে সময়ে সময়ে পুলিচৰ গোপন টহল। বসন্তৰ ছিটা সকলোকে দিয়া হৈছে। বকৰা মেনেজাৰৰ পৰিয়ালৰ সকলো কেইজনেই চিলঙলৈ গুচি গৈছে, মাথোঁ তিনিজন চাকৰৰ লগত বকৰা বঙলাত আছে।

লক্ষ্মণক তিনিদিন পিছত নগৰৰ হচ্‌পিটাললৈ নিয়া হ'ল। সি লাহে লাহে ভালৰ ফালে আহিব ধৰিছে। বেমাৰো লাহে লাহে কমি আহিছে। এবৈশজন মানুহ কিন্তু ইতিমধ্যে মৰিল।

"বে-যোৰ সংখ্যা। ডাইনীৰ কোপ আৰু থাকিছেৰে বাবু।"

কেৰাণী এজনক বৰ গোপনে বনুৱা এজনে কয়।

"না-কৰিবে। পুলিচ তদন্ত চলিয়ে আছে। এমন সময় ঐচা মাফিক বাত বল্‌লে ধৰিয়া নিবৰে।" কেৰাণীজনে কয়।

মানুহজন আঁতৰে।

কুৰি দিন পিছত লক্ষ্মণ সম্পূৰ্ণ ভাল হৈ বস্তিলৈ উভতিছে!

লক্ষ্মণ ওভতাত বনুৱাসকলৰ মনত পুনৰ এটি অশান্তিৰ ভাব দেখা দিলে। বহুতেই ভাবিলে যে এই বেলি আৰু ৰক্ষা নাই। ডাইনী দেও-দেশলৈ নগ'ল, সি পুনৰ মানুহ খাবলৈ ঘূৰি আহিছে। তাৰ ক্ষুধা আঁতৰা নাই।

সিহঁতে গোপনে স্থিৰ কৰিলে সইত্ নাৰায়ণ পূজা কৰিবলৈ। মৰা গৰুৰ মঙহ, মদৰ টেকেলি, গোন্ধ তেলৰ বটল, ৰঙা জবাফুল আৰু বেলৰ পাত, এই পাঁচবিধ বস্তুৰেই সিহঁতৰ সইত্ নাৰায়ণৰ পূজা হৈ যায়।

বাগানৰ বনুৱা বস্তিত সদায় সন্ধিয়া গুহুম্-হুম্‌কৈ মাদল বাজে। গোপনে সইত্ নাৰায়ণৰ পূজা হয়। দেৱতালৈও মদ আগবঢ়ায় আৰু সিহঁতেও মুনিহ-তিৰোতা সকলোৱে বটলে বটলে মদ পিয়ে। মদৰ ৰাগী লাগে বহুতৰেই। যিমানেই ৰাগী লাগিব, সিমানেই দেৱতা সন্তুষ্ট হব। ডুজনমানে তিৰোতাবিলাকৰ পিনে চাই অশ্লীল শব্দ প্ৰয়োগ কৰিব ধৰে। তিৰোতাবিলাকে হাঁহে। ৰঙা পোছাক



পিন্ধা এজনে মাদলৰ ছেৱে ছেৱে নাচিবলৈ ধৰে। এই দৰেই সইত্ নাৰায়ণৰ পূজা শেষ হয়।

গতানুগতিকতাৰ মাজেদি বাগান-যন্ত্ৰ চলে। লগে লগে মাদলৰ শব্দ, মদৰ গোন্ধ, জুৱাৰ খদম্-দম্, কুকুৰা যুঁজৰ মুকলি ফূৰ্ত্তি, আহুদি-মন্ত্ৰৰ গোপন অৰিয়া-অৰি।

চৰ্দাৰ এজনে আহি পোৰ্টিকোত মেনেজাৰক চেলাম দিয়ে।

"কি ৰে কুদন?"

"আচ্চা চাহাব।"

"পিছে? এমাহ পিছতেই মেম-চাহাব আহিব, তাৰ আগতেই।"

কথাখিনি কৈ মেনেজাৰে ফাইলৰ পাত লুটিয়ায়।

"বামুৰ নাতিনী, না হৈছে চাহাব। তাই কমিউনিষ্ট। ঐ চব পচন্দ নাকৰে চাহাব।" মূৰ নজুৰাই কুদনে উত্তৰ দিয়ে।

"কমিউনিষ্ট! বদ্‌মাচ চব। ইহঁতক পুলিচক চমজাই দিব লাগেৰে কুদন। লক্ষ্মণৰ কেচত তাইক পেলাই দিম। তাই কাম কৰে নে নকৰে?" খঙতে মেনেজাৰে গুজৰি উঠে।

"কাম-কাজত তাই বৰ এচ্‌পাৰ্ট চাহাব। মদো তাই খুব কম খায়। কেতিয়াবাহে এটোপ। দোচোৰা লোকৰ চঙ্গে......।

"কি?"

"চাহাব।" মূৰ তুপিয়াই কুদনে হাত মোহাৰে।

"কাৰ চঙ্গে?"

"ঐ যে চাহাব, জিলাৰ গোস্বামী উকীল, মজদুৰ সঙ্ঘৰ সভাপতি।"

"হু, নিৰ্লজ্জ চব। পলিটিক্‌চৰ নামত বদ্‌মাচি!

"ঠিক বদ্‌মাচি নহয় চাহাব। ফুলতাৰাৰ নিজেৰ মতা আছে, কিন্তু উকীল বাবুৰ চঙ্গে অল্প প্ৰীতিৰ ভাব, দোচোৰা কিছু নাই।"

"হু, যা, মন দি কাম কৰিবি। ভালকৈ নচলিলে মৰা পৰিবি।"

"চালাম চাহাব।"

কুদন আঁতৰে। ই মেনেজাৰৰ বহুদিনীয়া বিশ্বাসী মানুহ। গোপনীয় কামবিলাক তেওঁ তাৰ দ্বাৰাই কৰায়। মেম-চাহাবেও তাক বিশ্বাস কৰে। দুয়োৰো ভিতৰুৱা কথা সি জানে। কিন্তু সি কাৰো কথা কাকো নকয়। মেনেজাৰ বৰুৱাৰ বন্ধু অধ্যাপক ভূঞাৰ লগত তেওঁৰ পত্নীৰ কেনে সম্পৰ্ক এটি আছে তাক এই কুদনটোৰ বাহিৰে বাগানৰ পৰুৱা-পিপৰাইও খবৰ নাপায়।

অধ্যাপক ভূঞা মাজে-সময়ে সপৰিবাৰে বাগানলৈ ফুৰিবলৈ আহে। দুয়ো এসময়ত সহপাঠী আছিল।

বাগানলৈ অধ্যাপক ভূঞা সপৰিবাৰে আহিলে মেনেজাৰৰ বঙলাৰ আবহাওৱাটোৰেই বদলি যায়। বৰুৱায়ো খুব ভাল পায়। গৃহনীতিৰে পৰা, ৰাজনীতি, ধৰ্ম্মনীতি, সাহিত্য, কৃষ্টি-কলা সকলোৰে বিশদ সমালোচনা চলে। ছাত্ৰজীৱনত বৰুৱাৰ সাহিত্য আৰু কৃষ্টি-কলাত খুব ৰাপ আছিল। অধ্যাপক ভূঞাৰ সমালোচক বুলি অসমত ভাল নামেই হৈছে।

সেই অঞ্চলত হোৱা সংস্কৃতিমূলক সভা-সমিতিত মানুহে তেওঁক বিচাৰে।

মানুহজন বৰ বুধিয়ক। ৰূপকৰ বক্তৃতা বহুত সময়ত তীব্ৰতাৰ সীমা পাৰ হয়, সেই কাৰণেই মডাৰেট পাৰ্টিৰ মানুহে তেওঁক বৰ ভাল নাপায়। বহুতেই তেওঁক কমিউনিষ্ট বুলিও কয়। কিন্তু অধ্যাপক ভূঞাৰ বক্তৃতাই সদায় মধ্যম পন্থা অৱলম্বন কৰে। ঠাই বুজি ৰজাক আৰু ৰাইজক প্ৰশংসা কৰে। বহুত সময়ত বৰুৱাই অধ্যাপক ভূঞাৰেই পৰামৰ্শ লয়। লেবাৰ-আন্‌ৰেষ্ট হলেও তেওঁ গোপনে আহি তেওঁকেই লগ ধৰে।

মেনেজাৰ বৰুৱাই চাৰি বজাৰ লগে লগে তেওঁৰ সৰু গাড়ীখন লৈ বাগানত এবাৰ টহল দিয়ে। জুৰিটিৰ পাৰতেই গাড়ীখন থৈ এবাৰ তাত থিয় হৈ বৈ থকা জুৰিৰ নিৰ্ম্মল পানীখিনি চায়। তাহানি স্কুলত থকা কালত তেওঁ স্কুলৰ আলোচনীত কবিতা



লিখিছিল। কবিতাৰ ভাব আজিও তেওঁৰ মাজে-সময়ে অহা বুলি কয়। অৱশ্যে, এতিয়া আৰু কলমেৰে প্ৰকাশ কৰিব নোৱাৰে, আজৰিও নাই আৰু বাগানৰ মেনেজাৰ এজনৰ মৰ্য্যাদাৰ ফালৰ-পৰাও হানিকৰ বুলি এদিন কথা প্ৰসঙ্গতে তেওঁৰ ঘৈণীয়েকে কৈছিল।

কবিতা লিখিলে ফালি-ছিৰি মুখতেই মাৰি দিম।

কিছুদিন আগতে তেওঁৰ ঘৈণীয়েকে কোৱা এই কথাষাৰি তেওঁৰ মনত আছে।

জুৰিৰ পাৰত বহুত সময়তে নোদোকা গাভৰু আৰু তিৰোতাই গা আৰু কাপোৰ ধুই থকা তেওঁৰ চকুত পৰে। সিহঁতে থত্‌মত্‌ খালে অলপমান আঁতৰি গৈ বায়নোকুলাৰটোৰে তাইহঁতৰ শৰীৰ-বিলাক চাই তেওঁ তৃপ্তি পায়। দুই এজনীয়ে আকৌ তেওঁক লাহ-বিলাহ কৰি তেওঁৰ দৃষ্টি-গোচৰ হবও খোজে।

গাড়ীখন লৈ তেওঁ আন ফালে যায়। বনুৱাবিলাকৰ কুকুৰা যুঁজৰ ফালে নোচোৱাকৈ তেওঁ গাড়ীখন চলাই লৈ যায়। সিহঁতে তেওঁৰ চিক্‌মিকীয়া গাড়ীখনলৈ আৰু পিছত উৰি যোৱা ধূলিবিলাকৰ ফালে চাই থাকে।

প্ৰকাণ্ড কুকুৰা এটাই ভৰিত বান্ধি দিয়া ছুৰীৰে থহ্‌কৈ আন এটিক মাৰি পেলায়। চাৰিওপিনে হাত-চাপৰি আৰু বাহ্‌-বাহ শব্দ উঠে।

লাহে লাহে বাগানৰ বুকুলৈ সন্ধিয়া নামি আহে।

* * * *

## —পাঁচ—

"সদায় এনেকৈয়ে ঘূৰি ফুৰিবা নে? সংসাৰ কৰিলা, সৰগৰ শিশু ঘৰত সোমাল। এতিয়া ঘৰখনকেই পৃথিবী বুলি ভাবিবা।"

শ্ৰৱণৰ কথাত ৰূপকে হাঁহি মাৰি উত্তৰ দিলে, "তোমাৰ কথাবিলাক ঠিকেই, পিছে, মই জানো পূৰ্ব্বৰ অভ্যাস এৰিব পাৰিম? ঘৰখনকেই পৃথিবী নকৰি, পৃথিবীখনকেই জানো ঘৰ কৰিলে বেয়া হয়?"

শ্ৰৱণৰ কাৰখানাত তেতিয়াও কাম চলি আছে। ৰখলা-ৰখলিকৈ তেল-মল লাগি থকা পোছাক-পৰিচ্ছদেৰে কাম কৰা ডেকা ল'ৰা দুটাক দেখিলে সঁচাকৈয়ে ভাল লাগি যায়। ই যেন এটি যুগৰেই প্ৰকাশক।

"বৰ ভাল। অলপমান ৰহা দেই, মই ল'ৰাহঁতক বিদায় দি আহোঁ।"

শ্ৰৱণ কোঠাটোৰপৰা বাহিৰলৈ ওলাই আহিল। কাম কৰা ডেকা ল'ৰা দুটাই তেতিয়া বয়-বস্তু সামৰিব ধৰিছে।

এজনে কলে, "ককাইদেউ, বৰহাকিমৰ গাড়ীখন কালিলৈ দিব পৰা যাব। সকলো কাম ফিনিচ্। কিন্তু চাৰ্জ্জখিনি লব দেই। ডাঙৰ মানুহৰ পৰা পিছত পইচা অনা বৰ টান। যদি আপুনি লাজ কৰে, মই নহাকৈ নিদিব।"

"বাৰু, বাৰু।"

আন এখন গাড়ীলৈ চাই, "অ' লেবাৰ চাহাবৰ গাড়ীখন?" বুলি শ্ৰৱণে লাহেকৈ কলে।

"থক, পৰি থক। সদায় সদায় এনেয়ে কাম কৰি দিব লাগে। আপুনিহে কাৰখানাৰ বদনামৰ ভয় কৰে, নহলে চাহাবৰ গাড়ী বৰবাদ কৰি থবৰ মন যায়।"



শ্ৰৱণে হাঁহি দিলে।

"নহয় ককাইদেউ, ধৰ্ম্মযুধিষ্ঠিৰ হৈ থকা দিন কেতিয়াবাই উকলি গ'ল। আমাক সিহঁতে মানুহ বুলি ভাবিবলৈ টান পায় আৰু আমি সিহঁতৰ আৰামৰ বাবে মূৰৰ ঘাম মাটিত পেলাওঁ!"

"তহঁত ল'ৰা মানুহ অ'। বহুত বুজিবলৈ বাকী আছে।"

সিহঁত দুয়ো উত্তৰ নিদি কলা পৰা ফটাকানিৰে হাতবোৰ মচিবলৈ ধৰিলে। দুই এটা বস্তু ইপিনে সিপিনে পৰিপাটিকৈ থৈ যাবলৈ ওলাল।

এটি হাঁহিৰে শ্ৰৱণে "যোৱাহঁক" বুলি সিহঁতক বিদায় দি পুনৰ নিজৰ কোঠালৈ গ'ল।

ৰূপকে বিচনাত দীঘল দি কিতাপ এখনৰ পাত লুটিয়াই আছিল।

ল'ৰা দুটা বৰ চিন্‌চিয়াৰহে। ডাঙৰ মানুহৰ লগত টকা-পইচাত উদাৰতা সিহঁতে মুঠেই পচন্দ নকৰে।"

"সিহঁত হৈছে সৰু মানুহ। ডাঙৰ মানুহে সিহঁতক দেখাই নাপায় নহয়, ক'ৰবাত দূৰৰিৰ আঁৰতেই লুকাই থাকে। দেখি এবাৰ মাত লগালে অৱশ্যে কিছু গলিলহেঁতেন।"

শ্ৰৱণে হাঁহি কলে, "হয় হয়।"

"পিছে শুনা, ঘৰত নাথাকিলে ন-বৌলৈ পাহৰা নে কি?"

"কি কৰিবাহে? যিপিনেই যাওঁ কেৱল সোণৰ সাগৰতহে সপোন সাজিব লগা হয়। সঁচাকৈয়ে ভাই, অসমখন সোণৰ অসম। কিমান যে সোণ তুমি ইয়াত পাবা। সকলোবিলাকেই যেন কেঁচা সোণ। সোণাফুলিত পাই আহিলোঁ এজনী সোণমাই। সিহঁতৰ ঘৰতেই ৰাইজৰ আলহী মোক পাই, তাই যথেষ্ট পৰিশ্ৰম কৰিলে। আহিবৰ সময়ত তাইৰ চকু চল্‌চলীয়া।"

"তেনেহলে তোমাৰ সেই ধুমুহাৰ ৰাতিটোলৈ বোধহয় মনত পৰিছিল, সেই উন্মাদ বিজুলী-ঢেৰেকনিৰে খদম্-দম্ লগোৱা ৰাতিটিলৈ।"

"সেই নিশাটিৰ স্মৃতি সদায় মনত থাকে ভাই। দিন বাগৰি যোৱাৰ লগে লগে শলিতালৈ মৰম, পোনাকণহঁতলৈ মৰম বাঢ়ি গৈছে। সঁচাকৈয়ে ভাই, মৰমৰ পাৰাপাৰ নাই।"

"সদায়নো মৰম কৰিয়েই জীৱনটো কটাবা নে? কাক কিমান মৰম কৰিবা? সকলো জানো মৰম কৰাৰ বাবে উপযুক্ত? মৰম পাবলৈ সিহঁতৰ উদাৰতা ক'ত?"

শ্ৰৱণৰ এটি বিৰক্তিৰ ভাব জন্মি আহে। ৰূপক একেলেথাৰিয়ে কেবাদিনো ঘৰত নাথাকিলে শলিতাৰ কেনে দুৰ্গতি হয় তাক তেওঁহে জানে। ইপিনে শ্ৰৱণ থকাৰ বাবেই ৰূপকে বাহিৰত থাকিলে পৰিয়ালটিৰ বাবে নিশ্চিন্ত হৈ থাকে। শ্ৰৱণেও এই কথাটি জানে।

"মানুহ মাত্ৰেই মৰমৰ পাত্ৰ হব পাৰে ভাই। মানুহতকৈনো আৰু কি ডাঙৰ আছে? এই মানুহক ভাল পোৱা এটি মহান ধৰ্ম্ম।"

কথাখিনি কৈ ৰূপকে বন্ধুৰ মুখৰ পিনলৈ চাই মিচিককৈ হাঁহি এটা মাৰে।

"মানুহতকৈ ডাঙৰ নাই সঁচা, কিন্তু মানুহৰ মাজত থকা নৰপিশাচ কেইটাৰ কথা কিয় পাহৰি যোৱা? সমাজত খদম্-দমাই জনতাৰ দেহ ৰুকি খোৱা দানৱহঁতলৈ কিয় মনত নপৰে?"

"খুব মনত পৰে ভাই; কিন্তু কৃষ্টি-কৃষ্ণৰ সৃষ্টি নহলে, সিহঁতক বধ কৰিব কোনে? সেয়েই কৃষ্টিৰ বিকাশ হব লাগিব আৰু সেই বিকাশ মানৱ জীৱনত ৰূপায়িত হব লাগিব। তাৰেইতো আজি চেষ্টা কৰি ফুৰিছোঁ। এৰা এতিয়া এইবোৰ কথা, কানি-কাপোৰ সলোৱা, ফুৰিবলৈ যাওঁ।"

"ঢেৰ কাম আছে ভাই। আজি মোক ৰেহাই দিয়া। তুমি যোৱাগৈ। ৰাস্তাত ফুৰাতকৈ কাৰখানাত কাম কৰিলেই মই বেছি সুখ পাওঁ।"

"তুমিও মানুহটো কিবা হৈ গলাহে! বিয়া কৰোৱাহে, ভাল হবা।"



দুয়ো হাঁহে।

শ্ৰৱণে খিল্‌খিলাই হাঁহে, অস্বাভাৱিকভাৱে। এদিনীয়া মানুহে দেখিলে শুনিলে ভাবিব, মানুহজন বলিয়া হৈছে। কিন্তু নহয়, তেওঁ যেন বহুদিনীয়া পুৰণি বেদনাৰ স্মৃতিবোৰ আঁতৰাবলৈ হাঁহে।

পিছতেই এটি নিস্তব্ধতা বিৰাজ কৰে।

চিগাৰেটৰ ধোঁৱাই কোঠাটো ধুঁৱলী-কুঁৱলী কৰি তোলে। এইদৰে কিমান সময় পাৰ হৈ যায় দুয়ো কব নোৱাৰে।

ৰূপকে ঘৰলৈ খোজ লয়। নগৰত মানুহৰ দলদোপ্ হেন্দোলদোপ্। গাড়ী-মটৰৰ গুম্‌গুমনি তেতিয়াও মাৰ যোৱা নাই।

ৰূপকৰ এটা তিনি কোঠালি থকা ঘৰ। ঘৰটো চৰকাৰৰপৰা ধাৰ কৰি বন্ধা। আঠ হেজাৰ টকাত সি সম্পূৰ্ণ নহ'ল। কাৰণ সেই টকাৰেই অভাৱত কেতিয়াবা নিমখ-চাউলও মাজে-সময়ে কিনি অনা হ'ল। সেয়ে, এটা কোঠাৰ চিলিং অসম্পূৰ্ণ হৈ থাকিল। মজিয়া কেইখন কেঁচাই ৰ'ল, দুৱাৰ-খিড়িকীৰ আয়নাৰ পেনেলবোৰ উদং হৈ থাকিল। ইপিনে, ঋণ পৰিশোধৰ বিভাগীয় নোটিচ আহি পালেহিয়েই।

তেওঁ গৈ ঘৰ পাওঁতে শিশু দুটি শুইছে! ঘৈণীয়েকে কাপোৰ এখনত ফুল তুলিছে।

ৰূপক গৈ পোৱাৰ লগে লগেই শলিতাৰ মুখখন পোহৰ হৈ উঠিল।

"পানী থৈছোঁ, মুখ-হাত ধুই আহক গৈ। কেতিয়াবাই ভাত-পানী হৈছে, চেঁচাই হ'ল হবলা।"

"বৰষুণ হব নে কি?" হাত-মুখ ধুই কলা পৰি থকা আকাশখনৰ পিনে চাই ৰূপকে কয়।

"এতিয়া নহয়, পলম আছে, শেষ ৰাতিলৈ হব পাৰে।" শলিতাই উত্তৰ দিয়ে। দুয়ো ভাত খায়।

শলিতাই কাম-কাজখিনি কৰে। ৰূপকে তেওঁৰ কাৰণে বাট চায়। এয়া শোৱনি কোঠাত।

"ঘৰৰ কামখিনি জানো কৰিব নালাগে ?" কথাষাৰ কৈ শলিতাই হাত এখন ৰূপকৰ বুকুৰ ওপৰলৈ তুলি দিয়ে।

বাঁওহাতখন শলিতাৰ ডিডিৰ তলেদি দি ৰূপকে সাৱটি ধৰে।

"নেমাতে দেখোন ?"

"মাতিবলৈ কি আছে ? টকা-পইচা হলেহে।"

"এৰি দিয়ক, ঘৰ সম্পূৰ্ণ কৰিব নোৱাৰিলে মোৰ লগত থাকিব নোৱাৰে। সংস্কৃতি কৰি ফুৰা মানুহ, য'ক, আগফালৰ ৰুমলৈ, গান এটা গাই শুই থাককগৈ।"

"এইটো দেখো মোৰ এটি সুন্দৰ গান। এইটোৰেই দেখো মোৰ এটি সুন্দৰ সংস্কৃতি।" কথাষাৰ কৈ শলিতাক আৰু জোৰকৈ আঁকোৱালি ধৰে ৰূপকে।

শলিতাই তৃপ্তিৰ ভাব লুকাই মিছাকৈয়ে কয়, "উস্!"

"উস্ নহয়।"

"কি ?"

"উত্তম, উত্তম! সংস্কৃতিৰ ৰূপান্তৰৰ সময় আহিছে সোণ, এনে সময়ত নিজৰ অস্থায়ী ঘৰ-দুৱাৰৰ কথা ভাবিবৰ আজৰি ক'ত ? তাৰ পৰিবৰ্তে এয়া, এয়া।"

"উস্ ৰবচোন, শুনকচোন!"

ৰূপক নিৰৱ হয়।

"সন্ধিয়া এটি চৰাইলৈ মনত পৰিছিল।"

"কি চৰাই ?"

"পৰ্ঘুমা। আমি গাঁৱত থাকোঁতে সৰুকালত ৰাতি পৰ্ঘুমা চৰাইৰ মাত শুনিছিলোঁ। আমাৰ আয়ে পৰ্ঘুমাৰ মাত শুনাইলৈকে উঘা-চেৰেকী ঘূৰাইছিল।"

শলিতাৰ মাকৰ ঘৰৰ কথাবিলাক মনত পৰি যায়। মনটো যেন সেমেকি উঠে।

"পৰগনীয়া মানুহে আৰামৰ কথা জানিলেহে।" ঠাট্টাৰ সুৰত ৰূপকে কয়।



"উপলুঙা নকৰিবচোন পৰগনীয়া বুলি। পৰগনীয়া নাথাকিলে দৰঙীয়া একে দিনাই উৰিলহেঁতেন।" ৰূপকৰ গাত এটি চিকোট মাৰি শলিতাই উত্তৰ দিয়ে।

"দৰঙৰ কথা জানিবলৈ এতিয়াও তোমাৰ বহুত বাকী।"

"ইস্ ইস্, আমাৰ কামৰূপত কি কয় জানে ?"

"কি ?"

"দৰঙ, লৰঙ-ফৰঙ।"

শলিতাই হাঁহি দিয়ে। ৰূপকেও।

—ছয়—

ৰাজ্যত পৰিয়াল-পৰিকল্পনা আন্দোলন চলিছে। বিভাগীয় কৰ্ম্মচাৰীসকলে নগৰৰ বাহিৰেও গাঁৱে-ভূঞে বক্তৃতা দি, চিনেমা দেখুৱাই, পুস্তিকা বিতৰণ কৰি ঘূৰি ফুৰিছে। লগে লগে, বিবাহিত পুৰুষ-স্ত্ৰীক সন্তান নিয়ন্ত্ৰণৰ উপায় বুজাই ফুৰিছে।

মায়াৰাম বৰুৱাৰ পত্নী অমিয়া বৰুৱা এই আন্দোলনৰ প্ৰধান সমৰ্থক।

বিভাগীয় কৰ্ম্মচাৰীৰ দ্বাৰা সংগঠিত সভা-সমিতিত তেওঁ নিস্বাৰ্থ-ভাৱে লাগি ফুৰা কথাটো বিভাগৰ ওপৰ মহল পৰ্য্যন্ত পাইছেগৈ আৰু উক্ত বিভাগৰ ডিৰেক্টৰ মাথাই চাহাবৰপৰা এখনি ডি-ও লেটাৰ পাই গৌৰৱান্বিত হৈ পৰিছে।

মহকুমাৰ কৰ্ম্মচাৰীজনে কলংপুৰ মৌজাত পাতিব খোজা এনে সভা এখনত সভাপতিত্ব কৰিবলৈ ফোন যোগে মিচেচ বৰুৱাক অনুৰোধ কৰিলে।

মিচেচ বৰুৱা সভাপতিত্ব কৰিবলৈ মান্তি হ'ল। ঘৈণীয়েক দুই চাৰি দিন ঘৰত নাথাকিলে গিৰিয়েক বৰুৱায়ো ভালেই পায়, কাৰণ মাজে মাজে আৰাৰা জীৱন যাপন কৰিবলৈ বৰুৱীৰ মনে মনে এটি

হাবিলাষ। ইপিনে, সময়ৰ লগে লগে দুই এঠাইত তেওঁৰ নতুন বন্ধুত্বও হৈছে। ফুলতাৰাও সময়ৰ সোঁতত সৈমান হৈ আহিছে। বন্ধুৰা নেতা গোস্বামী উকীলক কমিউনিষ্ট বুলি মানাহী জাৰি কৰাই বাগানলৈ অহা বন্ধ কৰি দিয়াত মেনেজাৰ নিষ্কণ্টক হৈছে।

তাৰিখ মতেই মিচেচ বৰুৱাক নিবলৈ বিভাগীয় মটৰগাড়ী গৈ বাগান ওলাল।

এঘণ্টাৰ ভিতৰত তেওঁ সাজি-কাচি সাইলাখ ষোল বছৰীয়া ছোৱালীজনী যেন হৈ মিচিকিয়া হাঁহিৰে গিৰিয়েকক মাত লগাই অলপ দৌৰ মাৰিয়েই গাড়ীত উঠিলগৈ।

মেনেজাৰ বৰুৱাই এটি তৃপ্তিৰে গাড়ী যোৱাৰ পিনে চাই থাকিল। ঘৈণীয়েকে সমাজৰ কাম কৰিবলৈ ওলোৱাত গৌৰৱো অনুভৱ কৰিলে।

বাটতে বৈ থকা মহকুমাৰ বিষয়া মদাৰাম দাসেও তেওঁৰ লগ ললে।

দাসৰ সুন্দৰ স্বাস্থ্য। বয়স দুকুৰিৰ ওচৰ পাইছেহে। মূৰৰ চুলিবিলাক জপ্-জপীয়া আৰু অলপ দীঘলকৈ কটা। বাটতেই বড়ো মানুহ এঘৰত সোমাই এবাটি 'জ্যো' পি লোৱাত মুখখনো কিছু ৰঙচুৱা হৈ সুন্দৰ দেখা গৈছে।

"কিমান সময় লাগিব ?"

"দুই ঘণ্টাত পাই যাম। বৰ বেছি তিনি ঘণ্টা।" মুখখন ঘূৰাই পিছৰ চিটত বহা মিচেচ বৰুৱাৰ পিনে চাই দাসে কলে।

"কলংপুৰ বৰ ধুনীয়া নাম, নহয় নে ?" ল-নি সুৰত মিচেচ বৰুৱাই সোধে।

"এনেয়েনো আমাৰ জ্যোতি কবিয়ে লিখিছে নে—

তেজপুৰৰ কলংপুৰৰ মান শুৱনি নাই,
ভাষা-সাহিত্যৰ পুণ্য পিতামহ হৰিবিলাসৰ
ওপজা ঠাই।



তেওঁৰ জহতে পোন প্ৰথমতে মহাপুৰুষৰ
ধৰ্ম্ম পুথিয়ে ছপাত প্ৰকাশ পায়।
'অৰুণোদয়'ৰ পুৰণি লিখক
নিভিলেভি ফেৰৰলে
অগ্নিঋষি কমলাকান্তই ইয়াতে বহি লিখি থৈ গ'ল
কবিতা কতনো
পাতি দৰ্শনৰ মেল

তাতে জন্মা চন্দ্ৰকুমাৰ
আনন্দ চন্দ্ৰ আৰু লম্বোদৰ বৰাই—
সাহিত্যত অক্ষয় কীৰিতি ৰাখি
বুৰঞ্জীত থলে নাম জ্বলাই।"

"ইমান মুখস্থ কৰি ৰাখিব পাৰিছে নে ?"

"কবিতা প্ৰায়ে মনত থাকে, আন কথাহে পাহৰি যাওঁ। আনকি; আপুনি যে মোৰ লগত আহিছে, সেইটো কথাকো মই পাহৰি যাব পাৰোঁ।" হাঁহি মিহলাই দাসে কয়।

"আপোনাৰ পৰিবাৰক পাহৰি নাযায়তো ?"

"অৱশ্যে, এটা সময়ত পাহৰোঁ। জানেই নহয়, আমাৰ বড়ো মানুহৰ কথা। বাপতি-সাহোন 'জ্যো'ৰ লগত গভীৰভাৱে মিতিৰালি পাতি পেলালে কেতিয়াবা নাপাহৰা নহয়।"

এনে সময়তে মিলিটাৰী ট্ৰাক এখন প্ৰায় লাগো লাগো হৈ জোৰেৰে গুচি গ'ল।

"ঐ", ড্ৰাইভাৰৰ ফালে চাই দাসে গোৰ্-গোৰাই উঠিল। "তই আমাৰ গল্পৰ পিনে মন কৰিছ হবলা। নিজেও মৰিবি, আমাকো মাৰিবি, চাবি।"

"নহয় 'চাৰ, মই একেবাৰে গাড়ী চাইডলৈ নিছোঁ, সিহঁতেই সাজ্বাতিকভাৱে আহিছিল। বৰ ৰেকলেচ্ চাৰ।" ভয় ভয় কৈ ড্ৰাইভাৰে কয়।

"সাৱধানে যাবি। লুইতৰ পাৰৰে আমি ডেকা ল'ৰা মৰিবলৈ ভয় নাই সঁচা, কিন্তু এখেতক নামাবিবি। ভাগ্যৱান মানুহ, থাকক সংসাৰত কিছু দিন। আমি ছালছিগাইঁতৰ কথা বেলেগ।"

"আপুনি দেখিছোঁ বৰ গাত লগা কথাও কব জানে। বাগানৰ মেনেজাৰী ভেম আমালোকৰ কাৰো নাই। তেখেততো এনে সঙ্কীৰ্ণতাবপৰা সম্পূৰ্ণ মুক্ত। নহলেনো, গাঁৱলীয়া পিছ পৰা ঠাইত সভাত যোগ দিবলৈ এনেকৈ আহোঁ নে?" এটি অভিমানৰ সুৰ তেওঁৰ প্ৰকাশ পায়।

"ধেমালিহে কৰিছোঁ।"

দুয়ো হাঁহি হাঁহি কথাটো পাতলাই দিয়ে।

প্ৰাইমাৰী স্কুলখনতেই সভাৰ ঠাই বাছি গাঁও পঞ্চায়তৰ সভ্য কেইজনমান আৰু আঞ্চলিকৰ সভাপতিৰে সৈতে স্কুলৰ হেড্‌পণ্ডিতজন তাত সভা হোৱাৰ কাৰণে বহি আছিল।

ঘৰটোৰ ভিতৰত সোমায়ে মিচেচ বৰুৱাই উপস্থিতিৰ সংখ্যা দেখি হতাশ হ'ল।

"মহিলা দেখো এগৰাকীও নাই?"

মিচেচ বৰুৱাৰ ফালে চাই হেড্‌পণ্ডিতে কলে, "আমাৰ শিক্ষয়িত্ৰীৰ বাহিৰে আন মহিলা অহা নাই। তেওঁ সৌ ঘৰ মানুহৰ ঘৰত আপোনালোকৰ বাবে এটোপা চাহপানী কৰিবলৈ গৈছে। আমাৰ গাঁৱলীয়া অঞ্চলৰ তিৰোতাই পৰিয়াল-পৰিকল্পনাৰ কথা একো জনাই নাই।"

"সেই কাৰণেইতো ইয়াত সভা পতা হৈছে। আপোনালোকে অন্ততঃ কিছু মহিলা মতাই অনাৰ লাগিছিল।" অলপ নিৰাশাৰ ভাবত মদাৰাম দাসে কয়।

মিচেচ বৰুৱাই ভেনিটি বেগৰপৰা কমালখন উলিয়াই মুখখন মচি এটা এলাচি উলিয়াই মুখত দিলে। আঞ্চলিকৰ সভাপতি জনে ৰ লাগি মিচেচ বৰুৱাৰ পিনে চাই সেপ ঢুকিলে।



দাসৰ কথামতে হেড্‌পণ্ডিতে উপস্থিত মুখিয়ালসকলৰ চমু পৰিচয় মিচেচ বৰুৱা আৰু দাসৰ আগত আগবঢ়ালে।

এনেতে কেইজনীমান বুঢ়ী তিৰোতা সভালৈ আহিল।

বুঢ়ী কেইজনীক দেখি মিচেচ বৰুৱা আৰু নিৰাশ হ'ল। দাসৰ পিনে চাই কৃত্ৰিম হাঁহি এটা মাৰিলে।

কেইটামান কাপ আৰু কাচৰ গিলাচত শিক্ষয়িত্ৰীয়ে দুজনী ছাত্ৰীৰে সৈতে চাহ লৈ আহিল।

মিচেচ বৰুৱালৈ একাপ আগবঢ়াই দি "চাহকণ খাওক" বুলি কলে।

"কি নাম আপোনাৰ?"

"মালতী দেৱী।"

"মিটিঙলৈ সৰহকৈ মহিলা আনিব নোৱাৰিলে?"

"নাহে বাইদেউ, তাতে আকৌ বিষয়টোৰ কথা শুনিয়েই বহুতে লাজতে কোঁচ-মোচ খাই গৈছে।" এটি হাঁহি মাৰিলে শিক্ষয়িত্ৰীয়ে।

তেজে ফুটো ফুটো কৰা মালতী দেৱীৰ মুখখনলৈ কোনেও নাচাই নোৱাৰিলে। সম্পূৰ্ণভাৱে অসমীয়া সাজপাৰ পিন্ধা মালতী দেৱীক মাথোঁ কথাৰ সুৰতহে কেতিয়াবা নেপালী বুলি ধৰিব পাৰি।

সভা বহিল। আঞ্চলিকৰ সভাপতিৰ প্ৰস্তাব অনুসাৰে অমিয়া বৰুৱাই সভানেত্ৰীৰ আসন ললে।

দাসে পৰিকল্পনাৰ কথা থুলমূলকৈ ৰাইজক বুজাই দিলে। ইয়াৰ অৰ্থনৈতিক, ৰাজনৈতিক, সমাজনৈতিক দিশ চমুকৈ ফঁহিয়াই কলে। জনসংখ্যা বৃদ্ধিৰ ভয়াবহ ছবি এখন তেওঁ দাঙি ধৰিলে। লগত নিয়া সৰু পুস্তিকাবোৰ বিলাই দি সেইবোৰ পুনৰ পঢ়ি চাবলৈ অনুৰোধ কৰিলে।

মিচেচ বৰুৱায়ো চমু বক্তৃতাৰে ৰাইজক এই বিষয়টোৰ প্ৰতি সচেতন হবলৈ আহ্বান জনায়। তেওঁ নিজেই কেনেকৈ এই আন্দোলন আৰম্ভ নৌ-হওঁতেই অপাৰেচন কৰি সৰহ সন্তান উৎপাদন

হোৱাৰপৰা নিজকে ৰক্ষা কৰিলে, তাকেই সগৌৰৱে নিঃসঙ্কোচে ৰাইজৰ আগত ঘোষণা কৰিলে। তিৰোতা কেইজনীয়ে তেওঁলৈ ৰ লাগি চাই থাকিল। তেওঁৰ কথাখিনি শুনাতকৈ, তেওঁৰ সাজ-পোছাক, অঙ্গি-ভঙ্গি আৰু ৰূপ-লাৱণ্যৰ ফালেহে তেওঁলোকৰ বেছি চকু পৰিছিল।

সভা শেষ হ'ল।

আঞ্চলিকৰ সভাপতিয়ে দুয়োকো ৰাতিটো তেওঁৰ ঘৰতেই কটাই যাবলৈ অনুৰোধ কৰিলে।

দাসৰ অৱশ্যে একো আপত্তি নাছিল।

"নালাগে, যদি অসুবিধা হয় টাউনতেই ৰাতি থাকিম। আপোনাৰ ঘৰত থাকিম বাৰু কেতিয়াবা।" হাঁহিসনা কথাৰে মিচেচ বৰুৱাই কয়।

মালতী দেৱীয়ে তামোলৰ বটা দুয়োৰো আগত ধৰে।

"বাটত খাবলৈ দুখনমান লৈ যাওক বাইদেউ, জিলাততো তামোলৰ বৰ দাম।"

মালতী দেৱীৰ কথাত মিচেচ বৰুৱাই দুখন তামোল হাতত লয়।

"এওঁক বৰ মৰম লাগি আহিছে। আমাৰ বাগানলৈ ফুৰিবলৈ যাবা দেই।"

"কি বাগান বাইদেউ ?"

"সোণচিৰি।"

"অ'।"

"কেতিয়াবা দাসে লৈ যাব।" দাসক দেখুৱাই দিয়ে।

দাস ড্ৰাইভাৰৰ কাষত আৰু মিচেচ বৰুৱা পিছৰ চিটত বহিল।

"নমস্কাৰ !"

"নমস্কাৰ, নমস্কাৰ, নমস্কাৰ।"

মটৰে গতি ললে।

তেতিয়া ফুট গধূলি।…



গাড়ী বেগেৰে চলিল।

"আপোনাক একেবাৰে বাগানত……"

দাসৰ কথা শেষ নৌ-হওঁতেই মিচেচ বৰুৱাই কলে, "একেবাৰে টাউনলৈ বলক। মোক অধ্যাপক ভূঞাৰ ঘৰত থলেই হব। কালিলৈ কিছু কাপোৰ-কানি কিনিহে আবেলিলৈ বাগানলৈ যাম। থৈ আহিব লাগিব দেই।"

"নিশ্চয়।"

"এসপ্তাহৰ ভিতৰতেই ছোৱালী দুজনী চিলঙৰপৰা আহি পাব নহয়।"

* * *

## —সাত—

"অসমৰ ইমূৰৰপৰা সিমূৰলৈ ঘূৰোঁতে ঘূৰোঁতে সমগ্ৰ অসমখনেই মোৰ আপোন হৈ গৈছে। ছত্ৰশালৰপৰা চৈখোৱালৈ ব্যাপি থকা বিভিন্ন মাত-কথা মোৰ ভাল লাগে। শালকছীয়া, বইটামৰীয়া, বৰপেটীয়া, নলবৰীয়া, দৰঙীয়া সকলো ঠাইৰ মাত-কথাত মই যেন সঙ্গীতৰ সুৰ শুনো।

হয়তো, ঠিক এনেদৰে পৃথিবীখনত ঘূৰিব পৰা হলে পৃথিবীখনেই মোৰ আপোন হ'লহেঁতেন।"

"তোমাৰ মাজত বিশ্ব-প্ৰেমৰ সূচনা হোৱা দেখা গৈছে। সেই কাৰণেইতো, ওলাই গলে নবৌলৈ পাহৰি যোৱা।"

"কোনে কৈছে পাহৰা বুলি ? তেওঁ জানো কৈছে ?"

"তেওঁনো কিয় কব ? তেওঁক ইমান অজলা পাইছা নে ?"

ৰূপকে হাঁহি হাঁহি শ্ৰৱণৰ পিঠিত চপৰিয়াই দিব ধৰিলে।

"ৰবাহে। পৃথিবীৰ বিৰুদ্ধে তুমি বিদ্রোহ কৰিব পাৰা, কিন্তু নবৌৰ বিৰুদ্ধে পাৰিবা নে ?" ঘোপাকৈ চাই শ্রৱণে সোধে।

"কোনো শিল্পীয়েই নোৱাৰে ভাই। এইসকল হ'ল শিল্পীৰ অনুপ্রেৰণা—শ্রীশ্রীকলাৱতী।" মুখত এটি তেওঁৰ তৃপ্তিৰ ভাব ফুটি উঠে।

"ইমান অতিৰঞ্জিত নকৰিবাহে ভাই। সংসাৰৰ সকলো অনৰ্থৰ মূল এই তিৰোতাক তোমালোকেইতো কিবা মূৰত তুলি তুলি বঢ়াই পেলাইছা। কাল্পনিক চচ্‌মা পিন্ধি তোমালোকেই পৃথিবীৰ মানুহবিলাকক এখন অবাস্তৱ জগতলৈ টানি নিবলৈ যত্ন কৰিছা।" এটি কৃত্রিম বিৰক্তিৰে শ্রৱণে কয়।

"হয়, আমাৰ বন্ধু জয়বামে জয়যাত্রা কৰি যাওঁতে যাওঁতে, ল'ৰা-ছোৱালীৰ সমদল-যাত্রা এটিয়েই সৃষ্টি হৈ গ'ল।"

"মাহে মাহে তেওঁৰ ল'ৰা-ছোৱালী সৃষ্টি হয় নে কি ?" শ্রৱণে কয় !

"তোমালোকৰ ফুলনিত ফুল ফুলিছে, তুমি কিয় বেয়া পোৱা ?"

"নাপাওঁহে" বুলি কৈ শ্রৱণে এটা বিৰি জ্বলাই লৈ ৰূপককো এটা খাবলৈ দিয়ে।

"কাহি মৰিবলৈ এই সোপানো কিয় খোৱা ? খোৱা যদি চিগাৰেটকেই খাবা।" ধমক দিয়া সুৰত ৰূপকে কয়।

"প্রত্যেকৰেই বেলেগ ৰুচি। তুমি বোধহয় এতিয়া সকলোকেই এৰিলা ? তোমালোক এই শিল্পীবোৰ একেবাৰে বহুৰূপী। য'লৈকেই যোৱা, তাতেই এজনী কলাৱতী সাজি ভাও দিব বেছ জানা।" কথাখিনি কৈয়েই শ্রৱণে এটি দীঘল হোপা মাৰে।

"তোমাৰ অজান, অৰূপ, অনামী কলাৱতীৰপৰাই যদি তুমি অনুপ্রেৰণা পাব পাৰা, তেনেহলে আমাৰ কথাবিলাকতো হৈ পৰে একেবাৰেই স্বকীয়া।"

কথাৰ সুৰ বদলাবলৈ শ্রৱণে কলে।

"পৰিয়াল-পৰিকল্পনাৰ গুৰি ধৰোঁতা আমাৰ বাগানৰ বৰুৱানী



সিদিনা নিশা অধ্যাপক ভূঞাৰ ঘৰত আলহী হৈছিল নহয়। পিছে, জানিব পাৰিলোঁ, বাগানত হেনো এটি সঙ্গীত সন্ধিয়া পাতিবলৈ মন কৰিছে তোমাৰ ডিৰেক্‌চনত। ইয়াৰ সকলো বন্দৱস্ত কৰিবলৈ কৈ গৈছে ভূঞাক।"

কথাখিনি কৈ শেষ হৈ অহা বিৰিটোত তেওঁ টানকৈ হোপা মাৰিলে।

"গেজেটত সকলো খবৰ ওলায়। কোন ক'ত আলহী থাকে, তাৰো বতৰা দিয়ে।" হাঁহি হাঁহি ৰূপকে কয়।

"নহলেনো জীৱনৰ ৰাগিনী কেনেকৈ লাগিবহে ? পোনপটীয়া ৰাগিনী নাথাকিলেও, বিভিন্ন ৰাগিনীৰ প্রতিধ্বনিবিলাক বতাহে বোকোচাত আনি কান্ধতেই পেলাই দিয়ে নহয়। এইবিলাকেৰেই তোমালোকক আমি বোৰিং কৰোঁ, অয়লিং কৰোঁ।"

ৰূপকে শ্রৱণৰ কথাখিনি শুনি খন্তেক ভাবে। কিমান সুন্দৰ অন্তঃকৰণৰ এই মানুহজন। কিবা এটি অস্পষ্ট আৱেগৰ বশবৰ্ত্তী হৈ ঘৰ-সংসাৰো নকৰিলে। মটৰৰ এজন পৈণত কাৰিকৰ। নিৰাশ্রয়, দুখীয়া আৰু অৱহেলিত লোকৰ পৰম বন্ধু। ফাকি-ফুকা নোহোৱা এই মানুহজন। সকলো ফালৰে বিভিন্ন খবৰ ৰখাটো তেওঁৰ যেন নিত্য কাম !

কাঠৰ বাকচৰ ভিতৰৰপৰা শ্রৱণে এটি বটল উলিয়াই ঢকঢককৈ পি আধামান আকৌ ভৰাই থয়। "মটৰৰ পেট্রল ভাই, বেয়া নাপাবা। নহলে গাড়ী নচলে। অচল হৈ যাব। চব মিছা হৈ যাব। সংসাৰ মৰুভূমিত পৰিণত হব।"

"তুমি ?···"

শ্রৱণে মূৰে-কপালে হাত দিয়ে, যেন কিবা ভাবত মগ্ন।

"অ।" মূৰ তুলি ৰূপকৰ পিনে চাই কয়। "শুনিছা নে ? পৰগনীয়া কলিতাৰ ভাগিনীজনী পঞ্জাবী এজনে নিলে নহয়। সৰুতেই মাক-বাপেক তাইৰ সকলো ঢুকাল, কোনো নাই।

মোমায়েকৰ ঘৰত থাকি ডাঙৰ হ'ল। স্কুলতো পঢ়িবলৈ নিদিলে। বিয়া দিবলৈও চেষ্টা নকৰিলে। খালি তাইৰ দ্বাৰা কৰাই ললে কাম, কাম, কাম। ধেমালিতেই এদিন কলোঁ—তোমাৰ ভাগিনী-জনীক মোকেই দিয়া। নাই, মন নকৰে, ঘৰত কাম কৰি থাকিব লাগে নহয়।"

বিৰক্তিত শ্ৰৱণৰ মুখখন ক'লা পৰি উঠে।

এই দৰেই কিছু সময় পাৰ হৈ গ'ল।

"মই আহোঁ দেই ভাই।" শ্ৰৱণৰ পিনে চাই কওঁ-নকওঁকৈ ৰূপকে কয়।

"যোৱা, নবৌৱে বাট চাই থাকিব নহয়। ঠিকেই তোমাৰ শ্ৰীশ্ৰীকলাৱতী।"

ৰূপক লাহে লাহে ওলাই আহে।

তেওঁ অহাৰ পিছত শ্ৰৱণে বটলটো শেষ কৰি বিচনাত দীঘল দিয়ে।

বহুত দিনৰ কথাবিলাক তেওঁৰ মনত পৰিবলৈ ধৰে। কলেজ এৰি ওলাই অহাৰ পিছতে এজন পঞ্জাবী জ্যোতিষীয়ে হাত চাই কৈছিল যে তেওঁৰ চাৰি বছৰ পিছত বিয়া হব, সতি-সন্ততি হব সাতোটা, জীৱিকাৰ পথ হব চাকৰি, বন্ধুত্ব হব বহুত ডাঙৰ ডাঙৰ মানুহৰ লগত, দানী হব, পৰোপকাৰী হব, ঈশ্বৰত অবিশ্বাসী হৈ উঠিব আৰু জীৱনৰ শেষলৈ ব্যভিচাৰী হব।

কেবাটাও চাৰি বছৰ পাৰ হৈ গ'ল—তেওঁৰ বিয়া নহল। জ্যোতিষীৰ কথা নিমিলিল। আন আন কথাবিলাক ভাবি ভাবি মিলা মিলা যেন পায়। কাৰখানাৰ বাবে অৱশ্যে বহুত ডাঙৰ মানুহৰ লগতেই বন্ধুত্ব নহলেও পৰিচয় হৈছে। সমাজৰ অন্যায়-অত্যাচাৰ-উৎপীড়ন দেখি দেখি তেওঁৰ ঈশ্বৰ বিশ্বাস লাহে লাহে আঁতৰি গৈছে। পৃথিবীখন, যেন ঈশ্বৰে সৰজা নহয়, মানুহে সৰজাহে,—এনে হেন তেওঁৰ ভাব কেতিয়াবা হয়। ব্যভিচাৰী!



ব্যভিচাৰ কাক বোলে? নিৰামিষাহাৰী শেঠসকলৰ ভেজাল খাদ্য আৰু ভেজাল ঔষধৰ ব্যৱসায়বিলাকেই ব্যভিচাৰ? নে কোটিপতি-হঁতৰ চোৰাং কাৰবাৰবিলাকেই ব্যভিচাৰ? মেনেজাৰনীৰ যৌন-বিভাগৰ কিবা এটা অংশ নিষ্ক্ৰিয় কৰি চৌব্বিশ ঘণ্টা কামনাৰ বশৱৰ্ত্তী হৈ মনৰ হেপাহ পলোৱাটোনো কি? প্ৰফেচাৰ হৈ ভূঞাৰ দৰে বৰুৱানীৰ লগত গুপ্ত প্ৰণয় চলোৱাটোৱেই বা কি? নে বুঢ়া হনুমান ৰজকৰ নাতিনী সাৱিত্ৰী ৰজকিনীক কোনেও নজনাকৈ ভাল পোৱা-টোৱেই ব্যভিচাৰ?

এনে ধৰণৰ প্ৰশ্নবোৰ শ্ৰৱণৰ মনৰ মাজলৈ আহে।

সাৱিত্ৰীক ভালপোৱা কথাটো আনকি ৰূপকেও গম নাপায়, পোক-পৰুৱা এটিয়েও কব নোৱাৰে।

সিহঁতৰ ঘৰলৈ তেওঁ ধুবলৈ দিয়া কাপোৰ আনিবলৈ কেতিয়াবা যায়। তাইৰ ধুনীয়া হাঁহিটোৰ কাৰণেই শ্ৰৱণে তাইক ভাল পাবলৈ ধৰিছে। কাৰখানাত কাম কৰা লেতেৰা পেণ্ট্-চোলাৰেহে প্ৰথমে তাই শ্ৰৱণক দেখিছিল আৰু শ্ৰৱণৰ প্ৰতি তাইৰ এটি কিবা মৰম জন্মিছিল। পিছলৈ তাইৰ লগত চিনাজনা হ'ল, পৰস্পৰে সহানুভূতি জন্মিল, প্ৰাণৰ মাজলৈ প্ৰণয়ৰ উম আহিল।

হনুমান নীচেই ল'ৰা কালতেই অসমলৈ আহিছিল বাপেকৰ লগত। বাপেকৰ এক্কোছা ডাঙৰ গোঁফ আছিল আৰু সেই কাৰণেই মানুহে তাক গুঁফীয়া ধুবী বুলিছিল। গুঁফীয়াৰ পুতেক হনুমান অসমতেই বুঢ়া হ'ল। হনুমানৰ পুতেক ৰামা কম বয়সতেই কলেৰাত মৰে। বাপেক মৰাৰ সময়ত সাৱিত্ৰীৰ বয়স মাথোঁ তিনি মাহ। মাক লচ্‌মীৰ কোলাত ডাঙৰ-দীঘল হৈ এতিয়া ঊনৈশ বছৰীয়া গাভৰু সাৱিত্ৰী।

হনুমান বুঢ়াৰ সাৱিত্ৰী আলাসৰ লাৰু। ধোবাৰ ঘৰত তাইক বিয়া দিবলৈ বুঢ়াৰ মুঠেই ইচ্ছা নাই। কোনো অসমীয়া ল'ৰালৈ তাইক দিবৰ মন। নোমল বৰা নামৰ এজন ড্ৰাইভাৰৰ লগত তাইক

বিয়া দিবলৈ বুঢ়াই এসময়ত বৰ মন কৰিছিল। ল'ৰাজনৰো মন আছিল, পিছে সমাজে দোষিব বুলি সাহ নকৰিলে।

মাক লচ্মীৰ আগত সাৱিত্ৰীয়ে কয় যে তেওঁ তাইৰ এজনী বান্ধৱীৰ ককায়েক। মাকেও সেই দৰেই বিশ্বাস কৰি শ্ৰৱণক মৰমৰ চকুৰে চায়।

সাৱিত্ৰী সঁচাকৈয়ে ধুনীয়া। ঘৰত তাই প্ৰায় সদায় ক'লা শাৰী পিন্ধে। কোনো বান্ধৱীৰ ঘৰলৈ গলে ফুলাম মেখেলা-চাদৰ পিন্ধে। তাইৰ আটাইতকৈ আকৰ্ষণৰ বস্তু হ'ল—তাইৰ চকু যুৰি আৰু অস্বাভাৱিকভাৱে দীঘল নিতম্ব চুমি নামি অহা কিচ্কিচীয়া ক'লা চুলিকোছা।......

বহুত কথা ভাবি ভাবি শ্ৰৱণৰ যেন ভাগৰ নালাগে। মাজে মাজে ভোৰ্ভোৰাই কিবা-কিবি কথা কৈ উঠে।

"ককাইদেউ, ভাত হৈছে, উঠক।"

ল'ৰাটোৰ কথাৰ গম পাই শ্ৰৱণে কৈ উঠে, "এই সন্ধিয়াখনতেই ভাত খাই ৰাতিখন ক'লৈ মৰিবলৈ যাম অ'? থৈ দে, পিছত খাম।"

ল'ৰাটো আঁতৰি যায়।

শ্ৰৱণে গুণ্গুণাই কিবা-কিবি গীত গায়। মনত তেওঁৰ মাদকতা জাগি আছে। কেঁচাসোণ সাৱিত্ৰীৰ সমগ্ৰ ৰূপটো চকুৰ আগত নাচি উঠে। তাই থকা ঘৰটোলৈ লৰি যাবলৈ মন যায়। কিবা এটা দুৰ্ব্বলতাই মনটোক হেঁচি ধৰে। মাদকতাৰ পৰিবৰ্ত্তে বিমৰ্ষতা আহে। কান্দিবৰ মন যায়।

*    *    *    *



## —আঠ—

ৰূপক আঢ্যৱন্ত ঘৰৰ ল'ৰা আছিল ; কিন্তু আজি তেওঁ বৰ অভাৱ অনাটনৰ মাজেদি সংসাৰ চলাব লগা হৈছে। বাপেকৰ দিনৰ ডেৰ-শ বিঘা খেতিৰ মাটি আছিল। আগৰ দিনত খেতিয়কে মাটিৰ মালিকক মানিছিল আৰু মালিকেও তেওঁলোকক মৰমৰ চকুৰে চাইছিল। আজি সেই দিন নাই। সময়ে গতি সলালে। বৃটিছ যোৱাৰ শেষলৈ যুদ্ধৰ বিভীষিকাত সময়, সমাজ আৰু শাসন, সকলো কঁপি উঠিল। বৃটিছ গ'ল, দেশীয় ৰাইজ আহিল। দেশীয় পুঁজিপতি আৰু ধনীক শ্ৰেণীৰ ক্ষমতা বাঢ়িল। অৰ্থনীতি তেওঁলোকৰ হাতলৈ আহিল। বাণিজ্য ক্ষেত্ৰত তেওঁলোকে ৰক্ষা-কৱচো পালে। দাম-দৰৰ এটি বিৰাট পৰিবৰ্ত্তন ঘটিল। কোনো কোনো বস্তুৰ দাম এশগুণ বাঢ়িল। সেই অনুপাতে সৰ্ব্বসাধাৰণৰ আয়ৰ পথ নথকাত সমাজত হাহাকাৰৰ সৃষ্টি হ'ল।

ৰূপকহঁতৰ কিছুমান মাটি জীয়া-ভৰলীয়ে ভাঙি লৈ গ'ল। যি কিছু থাকিল তাৰো ধান সংগ্ৰহ কৰাৰ বাবে নীতিৰ ফালৰপৰা তেওঁ যথেষ্ট বাধাৰ সন্মুখীন হব লগা হ'ল। আন পিনেদি, চোভিয়েটৰ কৃষক-সংগঠনৰ মহানীতিৰ জোকাৰণিয়ে ভাৰতৰ ভূমিখণ্ডকো লৰাই পেলালে। ইপিনে আকৌ মহাত্মাৰ শিষ্য বিনোৱা ভাৱেই ঘোষণা কৰিলে যে বায়ু-জল-স্থল প্ৰকৃতিৰ অৱদান, ভগৱানৰ সৃষ্টি, ইয়াত কাৰো ব্যক্তিগত মালিকী স্বত্ব থাকিব নোৱাৰে। বাবাজীৰ মহান ঘোষণাই প্ৰগতিবাদী আন্দোলনৰ ওপৰত এটি যেন আধ্যাত্মিকতাৰ ৰহন সানি দিলে।

ৰূপকে কোনো দিনা কেতিয়াও মহাজনৰ ভাও লৈ ধান আদায় কৰিবলৈ যোৱা নাই। দুই এজন সৰলচিতীয়া খেতিয়কে নিজেই আহি ৰূপকক ধান সংগ্ৰহৰ বাবে নহয় মিতিৰ হিচাবেহে, তেওঁ-

লোকৰ পঁজালৈ নিমন্ত্ৰণ কৰিছিল। তেওঁলোকেই গৰু-গাড়ী বন্দৱস্ত কৰি দুই চাৰি গাড়ী ধানো পঠাই দিছিল। সেই সৰলচিতীয়া খেতিয়কৰ পুত্ৰসকল যেতিয়া সমাজনীতি, ৰাজনীতি আৰু অৰ্থনীতিৰ হেঁচাত চেপেটা লাগিব লগা হ'ল, তেতিয়া তেওঁলোকৰ মাজৰপৰা সৰলতা অন্তৰ্দ্ধান হ'ল। সেয়ে ৰূপকৰ ঘৰলৈ কাচিৎহে দুই চাৰি গাড়ী ধান আহে। ৰূপকেও অৱশ্যে তাতকৈ আশা নকৰে।

ছবি আঁকা, অভিনয় কৰা, নৃত্য-পৰিকল্পনা আৰু পৰিচালনা কৰা, সভা-সমিতিত বক্তৃতা দি ফুৰা, এইবিলাকেই ৰূপকৰ কাম। গাঁৱে-ভূঞে, দিহিঙে-দিপাঙে, পৰ্ব্বতে-পাহাৰে ঘূৰি ফুৰোঁতে অসমৰ বিভিন্ন জাতি-উপজাতিৰ ভাষা-কৃষ্টি-কলাৰ গৱেষণা তেওঁ যথেষ্ট কৰিছে। তাৰে দীঘলীয়া প্ৰবন্ধ দুটা এটা তেওঁ লিখি প্ৰকাশো কৰিছে।

কবলৈ গলে, ধন ঘটা ব্যৱসায় তেওঁৰ একো নাই। ঘূৰি ফুৰোঁতেই তেওঁ কামৰূপৰ এখন পিছ পৰা গাঁৱতেই শলিতাক লগ পাইছিল আৰু বিয়া কৰাইছিল।

সাংসাৰিক জীৱনত উন্নতি কৰিবলৈ মানুহৰ যিবিলাক দোষ থাকিব লাগে, সেইবিলাক দোষৰপৰা ৰূপক মুক্ত আছিল। সেই কাৰণেই বাপেকৰ দিনৰ মাটি-সম্পত্তিকো তেওঁ চলাই খাব নোৱাৰি হেৰুৱাইছেহে।

নিজৰ টাউনখনতেই আজি ৰূপকৰ খবৰ লওঁতা নাই। শ্ৰৱণেই আপদে-বিপদে তেওঁৰ ঘৰখন চায়। শ্ৰৱণ থকাৰ বাবেই তেওঁ ঘৰ এৰি কেবা দিনো বাহিৰত থাকিলেও একো চিন্তা নকৰে।

কোনোবা বৰ লোকক সঙ্গীত-পয়োভৰেৰে সংবৰ্দ্ধনা জনাব লাগিলে জিলাৰ নেতাসকলে ৰূপকক বিচাৰে। কিন্তু ৰূপকৰ ঘৰত খাবলৈ কিবা খুদ-কণ আছে নে নাই, তাৰ খবৰ কিন্তু কোনেও নলয়। ৰূপকেও কাৰো ওচৰত হাত নাপাতে। তেওঁৰ মনৰ খবৰো কোনোবাই কাচিৎহে জানে। কিন্তু অসমৰ বিভিন্ন ঠাইত থকা



দুই চাৰি লোকে তেওঁৰ উদাৰ মনৰ খবৰ পায় আৰু তেওঁৰ প্ৰতিভাৰ ওচৰত শিৰ নত কৰে। পৃথিবীৰ প্ৰগতিশীল ৰাজনীতিৰ লগতহে তেওঁৰ সম্পৰ্ক। অৱশ্যে পোনপটীয়াভাৱে তেওঁ ৰাজনৈতিক লোক নহয়। ঠিক স্বাধীনতাৰ পিছতেই বিপ্লৱী দলৰ লগত জড়িত থকাৰ বাবে দুবছৰ কাৰাদণ্ড হৈছিল তেওঁৰ। ছাত্ৰজীৱনত আকৌ কোচবিহাৰৰ কমিচনাৰৰ গেটত গোপনে ত্ৰিবৰ্ণ পতাকা উৰোৱাৰ বাবে তেওঁক কোচবিহাৰৰপৰা বহিষ্কাৰ কৰিছিল। সেইবিলাক স্বাধীনতাৰ আগৰ কথা। ১৯৩০ চনত তেজপুৰ নগৰত গান্ধী-গ্ৰেপ্তাৰৰ প্ৰতিবাদ কৰোঁ যি শোভাযাত্ৰা বাহিৰ হৈছিল, তাৰ নেতৃত্ব কৰিছিল ৰূপকেই। তেতিয়া ৰূপক আছিল এজন নামজ্বলা খেলুৱৈ।

নিজৰ ভাগ্য গঢ়া ৰূপকৰ উদ্দেশ্য নাছিল, নহলে শাসক পাৰ্টিৰ লগত সহযোগ কৰি, আজিৰ দিনত আন বহুতেই নিজৰ ভাগ্য গঢ়াৰ দৰে, ভাগ্য গঢ়িব পাৰিলেহেঁতেন।

শিল্পী বুলি ৰূপকৰ দেশত নাম থাকিলেও, জীৱিকা নিৰ্ব্বাহৰ বাবে কোনো অনুষ্ঠানৰপৰাই তেওঁ বিশেষভাৱে আহ্বান পোৱা নাই। শ্ৰৱণে তেওঁক সহায় নকৰা হলে, তেওঁৰ স্ত্ৰী-পুত্ৰই সঁচাকৈয়ে বহুত দিন লঘোন দিব লাগিলহেঁতেন।

শ্ৰৱণ এজন সাধাৰণ মানুহ—কাৰখানাৰ মিস্ত্ৰি। বহুত ডাঙৰ মানুহে তেওঁক জানে এই বুলিয়েই যে তেওঁৰ কাৰখানাত ফাকি-ফুকা নাই আৰু নিৰ্দ্ধাৰিত সময়ত গাড়ী ঠিক কৰি দিয়ে। গাড়ীৰ মেৰামতিৰ বাবে বহুতেই তেওঁক খাতিৰ কৰে, কিন্তু সাধাৰণ মিস্ত্ৰি বুলি ভিতৰে ভিতৰে অনাদৰ-অৱজ্ঞাও কৰে।

ৰূপকক শ্ৰৱণে যিমান ভালদৰে বুজে, তেওঁৰ কলা-কৃষ্টি সম্বন্ধে কৰা গৱেষণাৰ কথাবোৰ সমালোচনা কৰা পণ্ডিত লোকসকলেও সিমান নুবুজে। সঁচাকৈয়ে, ৰূপক বহুতৰ মনতেই এটি সাঁথৰ স্বৰূপ। তেওঁৰ জীৱনৰ বিভিন্ন দিকবিলাকেই একোটি বিভিন্ন ৰূপক।

শলিতাই এদিন শ্ৰৱণৰ আগত কিবা-কিবি কথা কওঁতে কওঁতে

কৈ পেলাইছিল, "তেওঁক বুজা সহজ নহয়। মোৰ তুই এজনী বান্ধৱীয়ে আওপকীয়াভাৱে তেওঁৰ নৈতিক চৰিত্ৰৰ কথাৰ ইঙ্গিত দিয়ে, কিন্তু তেওঁলোকেতো নুবুজে যে হাজাৰ হাজাৰ মানুহক তেওঁ মোৰ দৰেই ভাল পাব পাৰে।"

"সঁচাকৈয়ে নবৌ, তেওঁৰ নিচিনা সৰল আৰু শুদ্ধ লোক আজিৰ সমাজত বৰ বিৰল। কিন্তু এনেলোকক আজি আদৰ কৰেঁাতা নাই।"

শ্ৰৱণৰ কথাখিনি শুনি শলিতাই মাত লগালে, "ধনৰ পৰিমাণৰ ওপৰতহে আদৰৰ মাপ-কাঠি।"

"নবৌ, ভাৰতবৰ্ষই সদায় ধনকেই উপাসনা কৰিছে। প্ৰাচীন ভাৰতৰ ৰাজ-সভাত যি বিদ্বান সাধু-ঋষি-মুনিৰ মান-সন্মানৰ সাধু কোৱা হয়, সেইবোৰ সাধুহে নবৌ, তাত সত্য একো নাই। পৰবৰ্ত্তী কালৰ বিদ্বান-জ্ঞানী কিন্তু গৰিবসকলক সান্ত্বনা দিয়াৰ বাবে সেইবোৰ উপকথাৰ সৃষ্টি কৰা হৈছিল।"

"ঠিকেই।"

এই দৰেই শ্ৰৱণৰ লগত শলিতাৰ আলোচনা হয়। বাস্তৱৰ কঠোৰতাত আদৰ্শৰ সপোন ভাগি যায়।

শ্ৰৱণৰো বহুত আদৰ্শ আছিল, শলিতাৰতো কথাই নাই।

ৰূপকৰ কল্পনা-প্ৰসূত কথাবিলাক তাহানি বিয়াৰ আগত যে কেনে লাগিছিল আজিও শলিতাই ভাবি ভাবি চায়। ৰাতিপুৱা আনি দিয়া ফুল এটি আবেলি লেৰেলি যোৱা দেখি শলিতাক ৰূপকে কৈছিল, "এয়া ফুল লেৰেলি যায়, কিন্তু তুমি-ফুল লেৰেলি নোযোৱা ; সেয়েই মোক লাগে তুমি-ফুল, সোণফুল।"

শলিতাৰ মনত সেইবোৰ কথা যেন এতিয়াও জীৱন্ত হৈ আছে।

এদিন এজনী বান্ধৱীয়ে কৈ পেলাইছিল, "শিল্পী ৰূপকে হেনো যতেই ধুনীয়া ছোৱালী দেখে, তাতেই প্ৰেমত পৰে। সেইজন ফটুৱালৈ জানো কোনোবা ভাল ছোৱালী যাব?"



সেই বান্ধৱীজনীয়ে তেতিয়া মুঠেই উপলব্ধি কৰিব পৰা নাছিল যে শলিতাই অন্তৰ-মন্দিৰত শিল্পী ৰূপকৰ পূজা কৰিছে।

শলিতাই তেনে কথাত বৰ দুখ পাইছিল ; কিন্তু প্ৰতিবাদ কৰা নাছিল, একো লাভ নাই বুলি।

সেইবিলাক দিন গ'ল। সেই বান্ধৱীবিলাকো কেনিবা আঁতৰিল। সেই একেলগে পঢ়া, একেলগে খেলা, একেলগে বহি মনৰ কথা ভাঙি ভাঙি কোৱা বান্ধৱীসকলো আঁতৰত। সেইদিন ধৰি কিছুমানৰ লগত দেখা সাক্ষাতেই হোৱা নাই।

শ্ৰৱণৰো আছিল কিছুমান দিন। ছাত্ৰজীৱনত কোনোবা এজনী গাভৰুৱে কেৱা দিনো তেওঁৰ পিনে আকুল দৃষ্টিৰে চাই পঠিয়াইছিল। অৱশ্যে সেই কথাটোৰ তেওঁ ৰূপকক ইঙ্গিত দিছিল। কিন্তু সাৱিত্ৰীৰ প্ৰতি তেওঁৰ যি অন্তৰৰ হাবিলাষ সেই কথাটো একেবাৰে গোপন।

সাৱিত্ৰীজনীয়ে শ্ৰৱণক ভাল পায়, সঁচাকৈয়ে বৰ ভাল পায়। কিন্তু তাই সদায় উপলব্ধি কৰিছিল যে তাই সাধাৰণ ধোবাৰ ছোৱালী, অসমীয়া ডেকা এজনৰ লগত তাইৰ কেনেকৈ বিয়া হব ?

এই দৰেই কালৰ চকৰি ঘূৰিছিল, দিন গৈছিল, মাহ গৈছিল, বছৰ বাগৰিছিল।

দেশৰ সামাজিক পৰিস্থিতিৰ আমূল পৰিবৰ্ত্তন হৈ আহে। ভাৰতীয় জীৰ্ণ-নীতি কিছুমানক কোনো কোনোৱে পুনৰ জীয়াবলৈ যত্ন কৰে। পুৰণি ধৰ্ম্মীয় কুসংস্কাৰ কিছুমানক কোনো কোনোৱে ভাৰতীয় ঐতিহ্যৰ দোহাই দি পুনৰ চালু কৰিবলৈ যত্নপৰ হয়। গেলি-পচি যোৱা বৰ্ণ-ধৰ্ম্মৰ মৰা শটোত কপাৰ-মেগচালফ্ লিপি জীয়াবলৈ কিছুমানে বৃথা চেষ্টা চলায়। এইবিলাকৰ মাজেদিয়েই সমাজত প্ৰগতিশীল বৈজ্ঞানিক ভাবধাৰাই পোখা মেলে। সংস্কাৰবাদীসকলে বৈপ্লৱিক জীৱনৰ চলন্ত গতিক পিছলৈ টানে। ভাৰতীয় আৰু মানবীয় সংস্কৃতিৰ স্বকীয়া ধাৰাৰ ব্যাখ্যা চলায় কিছুমানে। মুঠতে ভাৰতত এটি মানসিক সংঘাতৰ যুগ আৰম্ভ হয়।

—ন—

লক্ষ্মণ বুঢ়া ভাল হৈ সোণচিৰি বাগানলৈ ঘূৰি অহাৰ পিছত যেতিয়া আকৌ এমাহৰ ভিতৰতে বাগানৰ সৰু ল'ৰা-ছোৱালী কিছুমানৰ গাত সৰু আয়ে দেখা দিলে, তেতিয়া বনুৱাৰ পুনৰ বিশ্বাস হ'ল যে এইবেলি আৰু ডাইনীৰ কৱলৰপৰা ৰক্ষা পোৱাৰ উপায় নাই। আটাইতকৈ বেছি ভয় খালে তিৰোতাবিলাকে। সিহঁতৰ দুই চাৰিয়ে নিজৰ নিজৰ মৰদৰ কাণত ফুচ্ ফুচাই কলে—ডাইনীক খেদিব নোৱাৰিলে কাৰো ৰক্ষা নাই, ডাইনীক খেদিব লাগে, নাইবা মোহাৰি শেষ কৰি পেলাব লাগে।

বনুৱা-বস্তিত কাৰো মনত সুখ-শান্তি নাই।

মেনেজাৰে কেবাদিনো কুদন চৰ্দ্দাৰক লগত লৈ চাৰিওপিনে টহল দিছে। সকলোৰে মনত আতঙ্ক, ভয় আৰু বিষাদ।

ইউনিয়নৰ মধ্যস্থতাত লক্ষ্মণ বুঢ়াৰ কেচটো মিট্‌মাট হোৱাত আচামী হৈ থকা আন্দ্ৰীয়া চাওৰা, বুধুৱা মুণ্ডা, বৰুন্দা তান্তি, হৰিশঙ্কৰ তান্তি, চাতুৰা যোগী, পালীকাৰ ওৰাং আৰু আন আন পাঁচজনৰ মুখলৈ যেন পানী আহিছে। প্ৰকৃততে ঘটনাৰ লগত জড়িত থকা এজনো বনুৱা আচামীৰ তালিকাত নপৰিল বুলি বনুৱাসকলে গোপনে কোৱা-কুই কৰে। প্ৰকৃত লোক গ্ৰেপ্তাৰ হৈছিল যদিও, পিছত জামিনত খালাচ পায়। শেষত হেনো আচামী কৰা হয় সম্পূৰ্ণ নিৰপৰাধী কিছুমানক। সেয়েই মিট্‌মাট হৈ যোৱাৰ পিছত সিহঁতৰ দুজনমানে মনে মনে প্ৰতিজ্ঞা কৰিছিল যে সুযোগ পালে ডাইনীক মুক্ত কৰি সিহঁতে ৰাইজৰ উপকাৰ কৰিব।

ইয়াৰ ভিতৰতেই মেনেজাৰৰ সৰু ছোৱালীজনীৰ অসুখৰ টেলিগ্ৰাম পাই মেনেজাৰ চিলঙলৈ গুচি গ'ল। মিচেচ বৰুৱাৰ মন



বৰ বেয়া লগাত টাউনলৈ গুচি আহি দুদিনমান সদস্য-সদনত থাকি অধ্যাপক ভূঞাৰ অনুৰোধত তেওঁৰ ঘৰলৈকে গ'ল।

মেনেজাৰ বৰুৱাই গৈ কিন্তু তেওঁৰ অতি মৰমৰ নুমলী জী স্থষ্টাক জীয়াই থকা অৱস্থাত লগ নাপালে। বৰুৱাৰ প্ৰাণ-মন-দেহ যেন জৰ্জ্জৰিত হৈ ভাঙি গ'ল। স্থষ্টাৰ প্ৰাণহীন সুন্দৰ দেহাটো বুকুত সাৱটি ধৰি কান্দিবলৈ ধৰিলে। তেওঁ গৈ পোৱাৰ শেষ ৰাতিৰ সময়তেই স্থষ্টাই নশ্বৰ দেহ এৰে।

মিচেচ বৰুৱালৈ মিচনাৰীৰ শিক্ষক এজনে ফোন কৰি সকলো কথা জনালে আৰু তেওঁ যোৱালৈকে অন্ত্যেষ্টিক্ৰিয়াৰ কাৰণে অপেক্ষা কৰিব নে কি সুধিলে।

মিচেচ বৰুৱাৰ মূৰ আচন্দ্ৰায় কৰিলে। তেওঁ বেছি কথা কব নোৱাৰিলে। মাথোঁ, কলে যে গৈনো কি হব, তাৰে কাম তাতেই শেষ কৰক। টেলিফোন এক্সেঞ্জৰপৰা অধ্যাপক ভূঞাই দাঙি নিহে তেওঁক টেক্সিত তুলি নিজৰ ঘৰলৈ নিলে। তিনিদিনলৈ তেওঁৰ তৎ নাছিল। ভূঞা আৰু ভূঞাৰ পৰিবাৰে তেওঁৰ যথেষ্ট যত্ন ললে।

স্থষ্টা বোৰ্ডিঙত প্ৰায় অচেতন হৈ সম্পূৰ্ণ দুদিন পৰি আছিল। বোৰ্ডিঙৰ ছোৱালীবিলাকে তাইৰ মূৰত পানী ঢালা, ভৰিত গৰম পানীৰ বেগ দিয়া, হাত-ভৰি টিপি দিয়া ইত্যাদি কাম অকপটে কৰি গৈছিল, কাৰণ সকলোৱে স্থষ্টাক ভাল পাইছিল, তাইৰ সঙ্গীতপটুতাৰ কাৰণে, তাইৰ ৰাংঢালী স্বভাৱৰ বাবে।

মেনেজাৰ বৰুৱাই শেষত ভাবি-চিন্তি দুৰ্ভগীয়া ছোৱালীজনীৰ মৃত শ বাগানলৈয়ে লৈ গৈ দাহ কৰাৰ সিদ্ধান্ত কৰিলে। সেয়ে হ'ল।

বহুত দিনলৈ শিক্ষক-শিক্ষয়িত্ৰী আৰু ছাত্ৰীসকলৰ মাজত স্থষ্টাৰ কথাকেই কোৱা-কুই হ'ল। সকলোৱে তাইৰ কাৰণে বেজাৰ কৰিলে।

বৰুৱা আহি পাবৰ দিনা মিচেচ বৰুৱা বাগানত নাছিল। আগদিনাই মনটো পাতলাবলৈ ডফলাগড়ত অনুষ্ঠিত হোৱা এখন কৃষ্টি সভাৰ বিশেষ অতিথি হিচাবে নিমন্ত্ৰিতা হৈ গৈছিল।

বেচেৰা মায়াৰাম বৰুৱা। সন্তানৰ মৃত্যুৰ গভীৰ শোকত জৰ্জ্জৰিত হৈ যোৱা তেওঁৰ অন্তৰ আৰু দেহেৰে তেওঁ বাগানৰ কাম চলায়। দৃষ্টাইও মন মাৰি থাকে অকলে বাগানতেই। বাহিৰা কিতাপ আৰু ৰেডিঅ'টোৱেই তাইৰ সঙ্গী। মাকে প্ৰায় বাগান এৰিছেই। বৰুৱায়ো তেওঁৰ খবৰ নকৰা হ'ল।

তেজপুৰতেই ৰাখি পঢ়িবলৈ দিয়া হলে কিজানি তাই নমৰিলহেঁতেন! এনে এটি ভাব বৰুৱাৰ মনৰ মাজলৈ যেন আহে।

অধ্যাপক ভূঞাই বাগানলৈ আহি তেওঁৰ খবৰ লয়। বন্ধুৰ অন্তৰ ভাগি গৈছে। ভূঞাই সন্ধান পায়।

"এয়ে সংসাৰ বৰুৱা, এয়ে মানবী জীৱন। সৃষ্টা যেনেকৈ গৈছে, আমিও প্ৰত্যেকেই এদিন যাব লাগিব।"

"সঁচা," ভূঞাৰ প্ৰবোধ বাণী শুনি বৰুৱাই কয়, "কিন্তু মনে নামানে। আৰু মনটো ভাঙি যায় যেতিয়া তাইৰ মৃত্যুৰ কাৰণটো মই জানিব পৰা হলোঁ।"

"মৃত্যুৰ কাৰণ?" উচাপ খাই ভূঞাই চিঞৰি উঠে।

"হয়।"

"উস্!"

"এয়া চাওক, পঢ়ক।"

ড্ৰয়াৰৰ ভিতৰত থকা সৰু বেগ এটা খুলি বৰুৱাই চিঠি এখন উলিয়াই দিলে।

চিঠিখন ইংৰাজীত লিখা।

কাৰো মাত-বোল নাই। মৰিশালিৰ ৰিঙা ৰিঙা ভাব এটা যেন বায়ুমণ্ডলত ভাহি উঠিছে।

"উস্!"

"বুজিছে নে ভূঞা এতিয়া? তাইনো বাৰু কিয় নকলে মোক কথাটো?"

"সামাজিক বৈষম্য, মানুহৰ ব্যৱধান, আত্ম-নিয়ন্ত্ৰণৰ অভাৱ,



সংযমৰ অভাৱ, অত্যন্ত ভাব-প্ৰৱণতা এইবিলাকেই কথা।". অধ্যাপকে এটি দীঘল নিশ্বাস পেলায়।

বৰুৱা নিমাত। সন্তানৰ মৃত্যুৰ বেদনাই তেওঁক যেন চেপি-খুন্দি মাৰিছে।

"ক্ৰোনোবা তাইৰ লগৰ ছোৱালীয়ে লিখা যেন লাগে।" ভূঞাই কয়। "সম্ভৱ সিহঁতৰ কাৰণেও ভৱিষ্যতলৈ মাক-বাপেকসকলক এটি যেন ইঙ্গিত দি থৈছে।"

ভূঞাৰ অন্তৰৰপৰাও এটি ব্যথাভৰা হুমুনিয়াহ ওলাই পৰিল। কিমান গান গাই, কিমান নাচি-বাগি ভূঞাক দেখুৱাইছিল সেই ছোৱালীজনীয়ে। কিমান মৰম আদায় কৰিছিল তাই।

মিচেচ বৰুৱা বাগানত নাই। তিনি দিন হ'ল দৃষ্টাক লগত লৈ মাকৰ ঘৰলৈ গৈছে মনৰ এটি পৰিবৰ্ত্তনৰ বাবে। অমিয়াৰ দেউতাকৰ অৱস্থা আগতে বৰ ভাল নাছিল। আদালতত ওকালতি কাম কৰিছিল। গাঁৱত অলপ খেতিৰ মাটি আছিল। নিয়মীয়াভাৱে নাপালেও মাজে-সময়ে বছৰৰ আধা ধান তাৰপৰাই পাইছিল। ঘৰবাৰী কৰিছিল যোৰহাট নগৰৰ এমূৰত কাকজানৰ ফালে যোৱা ৰাস্তাটোৰ দাঁতিতেই। সেই সময়ত ঠাইটুকুৰা নিজান আছিল। আজি নগৰৰ সীমা সেই ঠাই চেৰাই বহুত বাঢ়ি গ'ল।

সেই সময়ৰ নগৰৰ ধুনীয়া ছোৱালীবিলাকৰ নামৰ তালিকাত অমিয়াৰ নামেই লিখিব পৰা হৈ আছিল এক নম্বৰত। তেতিয়াৰ দিনত সঙ্গীত-চৰ্চ্চা ছাত্ৰ-ছাত্ৰীৰ মাজত নাছিল বুলিয়েই কব পাৰি। কিন্তু অমিয়াৰ দেউতাক পূৰ্ণানন্দ দত্ত বা পি. দত্তৰ গান-বাজনাত বৰ ৰাপ আছিল। তেওঁ এজন বঙালী ওস্তাদ ৰাখি জীয়েক অমিয়াক গান শিকোৱাইছিল। জীয়েকৰো কণ্ঠস্বৰ অতি সুন্দৰ। বঙালী, হিন্দি আৰু অসমীয়া এই তিনিও ভাষাৰ গান তেওঁ মনোমোহাকৈ গাব পৰা হৈছিল। এজন সত্ৰৰ ভকতকো নিজৰ ঘৰতেই প্ৰায় এমাহ ৰাখি শঙ্কৰী গীত দুই চাৰিটা শিকোৱাৰও বন্দৱস্ত কৰিছিল।

মায়াৰাম বৰুৱা তেতিয়া যোৰহাটৰ ওচৰৰ ফুলেশ্বৰী বাগানত এচিস্টেণ্ট্ মেনেজাৰ। ফুৰিবলৈ আহিছিল যোৰহাট নগৰলৈ, অৱশ্যে তেওঁৰ কামো আছিল। হঠাতেই তেওঁক লগ পাই গ'ল সেই সময়ৰ নামজ্বলা ঠিকাদাৰ দণ্ডি হাজৰিকাই। নগৰত তেওঁ দুৰ্দ্দান্ত হাজৰিকা বুলিহে খ্যাতি লাভ কৰিছিল। তেওঁ দেখিলে, বৰুৱা সুন্দৰ ল'ৰা, বিয়াও কৰোৱা নাই। সাহিত্য-সঙ্গীত-সংস্কৃতিৰ কথা আলচ কৰি ডেকা বৰুৱাৰ মন মোহি পেলালে।

"বলক, ইয়াত এনেয়ে বহি কি হব? মোৰ আত্মীয়ৰ ছোৱালী এজনীয়ে বৰ ভাল গান গায়। বলক, শুনি আহিব।" হাজৰিকাই কলে।

সৰল বৰুৱা মন্ত্র-মুগ্ধ সাপৰ দৰে হাজৰিকাৰ পাছে পাছে গৈ দত্তৰ ঘৰ ওলালগৈ।

"অমি, অ-মি।"

দৌৰ মাৰি আহিল তেজে ফুটো ফুটো কৰা গাল, কৈ পৰা চেলাউৰি, দীঘল নাক, তিৰবিৰোৱা চকুৰে দীঘল বেণী ঘূৰাই আনি বুকুত ওলোমাই থোৱা ছোৱালী এজনী।

"আলহী আহিছে, দেউতাৰা আছে নে নাই।" হাজৰিকাই সুধিলে।

কথাষাৰৰ উত্তৰ দিয়াৰ আগতেই অমিয়ে আলহীজনৰ পিনে এটি অতি সুন্দৰ দৃষ্টি নিক্ষেপ কৰিলে। সেই দৃষ্টিয়ে বৰুৱাৰ বুকুৰ মাজত এটি মহা আলোড়নৰ সৃষ্টি কৰিলে।

"বহক, দেউতা আছে, মই কওঁগৈ।" কথাষাৰ কৈ অমিয়াই পুনৰ আলহীৰ ফালে চাই চকু ঘূৰালে।

"বহক মিষ্টাৰ বৰুৱা। এইজনীয়েই এই শিৱসাগৰ জিলাৰ বিখ্যাত লয়াৰ পি. দত্তৰ কন্যা অমিয়া। সকলোৱে মৰমতে মাতে অমি বুলি।"

অলপ পিছতেই দত্ত ডাঙৰীয়া ওলাই আহি ড্ৰইং ৰুমত বহিল। বেছ গহীন, সুদৰ্শন, আদহীয়া বয়সৰ পুৰুষ।



কথা-বতৰা হ'ল; নানা কথা, মাজতে দুটি-এটি প্রশ্নৰ ছলতে লোৱা হ'ল পৰিচয়।

বৰুৱা মুগ্ধ হ'ল। অমিৰ গীতৰ সুৰবিলাকে তেওঁৰ অন্তৰত ধ্বনি-প্রতিধ্বনি তুলিব ধৰিলে। সঁচাকৈয়ে এজনী সপোন কুঁৱৰীয়ে সপোনতহে যেন গীত গাইছে, বৰুৱাৰ এনে যেনহে লাগিল।

এই দৰেই মায়া বৰুৱাৰ বিবাহৰ সূচনা হয়। দণ্ডি ওৰফে দুৰ্দ্দান্ত হাজৰিকায়ো এই ছেগতে বাগানত ঠিকা আদি লোৱাৰ পথ সুগম কৰে।

অমিক পত্নী স্বৰূপে পাই ডেকা-ল'ৰা বৰুৱাই দিন-ৰাতিৰ গমনা-গমন, ঋতুৰ পৰিবৰ্ত্তন একোৰেই কব নোৱাৰা হ'ল। স্বামীৰ দায়িত্ব বা পত্নীৰ কৰ্ত্তব্য একো কথাৰেই ভু-ভা অমিয়ে বৰুৱাৰপৰা নাপালে; আৰু তেওঁ নিজেও একো বা-বিচাৰ কৰিবৰ যেন আজৰিয়েই নাপালে।

দুই বন্ধু ভূঞা আৰু বৰুৱাৰ বহুত সময় নিৰৱতাৰ মাজেদি পাৰ হয়।

ভূঞাই ক'লে, "বেজাৰ নকৰিব বৰুৱা, তাই গ'ল। কিন্তু আপোনাৰ বিভিন্ন দায়িত্ব আছে। সেইবিলাক পালন কৰক। তাৰ বাহিৰে শান্তিৰ পথ কি আছে।"

বৰুৱাৰ দীঘল হুমুনিয়াহ ওলাই আহে।

* * * *

## —দহ—

ঋতুৰ পৰিবৰ্ত্তন হয় ; শৰৎ কাল আহিল আৰু গ'ল, কিন্তু বহুতেই গম নাপালে। শীত আহিলত ভাগ্যৱানসকলে আমোদ ভ্ৰমণৰ সময় আহিছে বুলি গম পালে। দুৰ্ভগীয়াহঁতৰ ঠক্-ঠক্‌কৈ ৰাতি কঁপি থকাৰ সময় উপস্থিত।

এনে সময়তে শলিতাৰ অসুখ। ৰূপকৰ হাতত পইচাৰ অভাৱ, সেয়ে ডাক্তৰকো মাতিব পৰা নাই। এসপ্তাহ তেনেকৈয়ে গ'ল। পিছত এজন হোমিওপ্যেথিক ডাক্তৰৰপৰা ঔষধ আনি দিলে। অলপ ভাল পালে।

এনে সময়তে তিনিচুকীয়াত বহিবলগীয়া যুৱ-উৎসৱলৈ ৰূপকক নিমন্ত্ৰণ কৰিলে কৃষ্টি-কলাৰ বিশেষ বক্তা স্বৰূপে।

শ্ৰৱণে খবৰ লবলৈ আহিল।

শলিতা দুৰ্ব্বল। চকী এখনত বহি আছিল।

তেওঁৰ পিনে চাই শ্ৰৱণে সোধে, "নবৌৰ গা আগতকৈ অলপ ভাল পোৱা যেন পায় নে কি ?"

শলিতাই ক্ষীণ হাঁহি এটি মাৰি কয়, "পাইছোঁ যেন লাগে।"

ৰূপকে শলিতাৰ পিনে চাই থাকে।

"এ, কবই নোৱাৰে। দুয়ো ভাল ভোলানাথ-পাৰ্ব্বতী লগ হৈছে। এনেকৈ সংসাৰ নচলে। তেল নোহোৱা শলিতা নজ্বলে।"

ৰূপকৰ মুখত হাঁহি বিৰিঙে ; কিন্তু সেই হাঁহিৰ মাজত লুকাই থাকে বেদনা।

শলিতায়ো হাঁহে ৰূপকৰ লগতেই। শ্ৰৱণে চাই থাকে দুয়োৰো মুখলৈ।



"মুখলৈ চাই হাঁহি থাকিলেই নহব, ভাল চিকিৎসাৰ ব্যৱস্থা কৰিব লাগিব।"

শ্ৰৱণৰ কথাত ৰূপকে নামাতে। আজিৰ যুগৰ ব্যয়-বহুল চিকিৎসাৰ কথাহে তেওঁৰ মনৰ মাজলৈ আহে।

শলিতা উঠি ভিতৰলৈ যায়।

"যি উপায়েৰেই নহওক, নবৌৰ চিকিৎসাৰ ব্যৱস্থা কৰিবই লাগিব।"

"ঠিকেই, কিন্তু⋯ "

"উপায় ওলাব।"

"পৰহিলৈ সোণচিৰি বাগানত সংস্কৃতি সন্মিলন। দুটা নাচ দেখুৱাম আৰু দুটা গীত গাম বুলি অৱশ্যে কথা দিছোঁ। ট্ৰেড-ইউনিয়নে দুশ টকা দিব বুলি কৈছে। কিন্তু মইতো কৃষ্টি-কলাৰ বেপাৰী নহয় যে তেনেকৈ নাচ-গীত বিকি ফুৰিম ? মনটো কোঁচ খাই আছে।"

ৰূপকৰ কথা শুনি শ্ৰৱণে হাঁহিলে।

"শুনিছে নবৌ ? এওঁ অদ্ভুত। আজিৰ এনে এটি বিপদৰ সময়ত ধনৰ অভাৱত হাৱাশাস্তি হওঁতে নীতি-অনীতিৰ বাছ-বিচাৰ কিহৰ ?"

কথাষাৰ শুনি শলিতা ওলাই আহিল। মুখত তেওঁৰ এটি করুণ হাঁহি, ক'লা ডাৱৰৰ মাজত আধা লুকাই থকা যেন কৃষ্ণ-দ্বিতীয়াৰ জোনটিহে।

এনেদৰেই আলোচনা চলে তেওঁলোকৰ। শেষত ৰূপকে বাগানৰ সংস্কৃতি সন্মিলনত যোগ দিয়াৰ ঠিক কৰে। তাৰ পৰা অহাৰ পিছতেই যাব লাগিব তিনিচুকীয়ালৈ। শলিতাৰ উপযুক্ত চিকিৎসাৰ ব্যৱস্থা কৰাৰ কথাটো লাহে লাহে তল পৰে। শ্ৰৱণে ফাৰ্ম্মাচিৰ পৰা ডাক্তৰী ঔষধ আনি দিয়ে।

এনে সময়তে জয়ৰাম দাসৰ প্ৰথমা কন্যা প্ৰদ্যুমীৰ বিয়া।

শ্ৰৱণে বিয়াৰ কাৰ্য্যত তেওঁৰ বন্ধু দাসকো সহায় কৰিবলগীয়া হৈছে। এওঁৰ প্ৰথম ল'ৰা সত্যাই এই বেলি বি-এ ফাইনেল দিছে, দ্বিতীয় পুতেক নিত্যই গুৱাহাটীত ডাক্তৰী পঢ়ে, কণুমী আৰু জুনুমীয়ে হাইস্কুলত পঢ়িছে। খৰচ তেওঁৰ এতিয়া যথেষ্ট। কেৰাণী কাম কৰিয়েই তেওঁ ল'ৰা-ছোৱালী কেইটাক মানুহ কৰাৰ চেষ্টা কৰিছে।

শ্ৰৱণে জয়ৰাম দাসৰ ঘৰত কিছু সময় কটাই নিজৰ কাৰখানা পালেগৈ। যাওঁতে হনুমান ৰজকৰ ঘৰৰ সমুখেদিয়েই যাব লগা হৈছিল। ক'লা শাৰী এখন পিন্ধি সাৱিত্ৰী দুৱাৰ-মুখতেই ওলাই আছিল।

শ্ৰৱণক দেখিয়েই তাই মাত লগালে, "আহকচোন, আহক, বৰ দৰকাৰ।"

শ্ৰৱণ আচৰিত হ'ল, কাৰণ তাই কোনো দিনা তেওঁক তেনেকৈ মতা নাই। মনত ভাব হ'ল, যেন সিহঁতৰ ঘৰত কিবা বিপদ।

তেওঁ থমকি ৰ'ল।

"আহক।" দৃষ্টিত তাইৰ আকুলতা।

"কি হ'ল সাৱিত্ৰী ?" বুলি শ্ৰৱণ বাৰাণ্ডা পালেগৈ।

"আমাৰ ককাদেউতাৰ বৰ অসুখ, আহকচোন, আমাক কিবা দিহা-পৰামৰ্শ দিয়ক।"

শ্ৰৱণৰ মুখৰ পিনে তাই পলকহীন হৈ চাবলৈ ধৰিলে।

"ব'লা, তেওঁ ক'ত আছে ?"

সাৱিত্ৰীৰ পিছে পিছে তেওঁ সোমাই গ'ল এটি আধা এন্ধাৰ আধা পোহৰ কমলৈ।

বুঢ়াই বৰকৈ উশাহ লৈছে। শ্ৰৱণে বুজিলে যে বুঢ়াৰ এজ্‌মা—হাঁপানী।

মানুহৰ শব্দ শুনি বুঢ়াই চকু মেলি চাই শ্ৰৱণক দেখি নমস্কাৰ জনালে, হাত দুখন দাঙোতেই যেন তেওঁৰ ভাগৰ লাগিল। শ্ৰৱণে দেখিয়েই বুজিলে যে বেচেৰা বুঢ়াই বৰ কষ্ট পাইছে। ৰোগীক সান্ত্বনা



দিবলৈ শ্ৰৱণে ক'লে, "ভাল হৈ যাব আপুনি। এই বেমাৰত কবিৰাজী ঔষধেই ভাল।"

"হয়, পৰহিৰ পৰা কবিৰাজী ঔষধকেই খুউৱা হৈছে, কিন্তু একো কামহে হোৱা নাই।" নিৰাশাৰ সুৰত সাৱিত্ৰীয়ে কয়।

"কোন কবিৰাজৰ ঔষধ ?"

"সেয়া বজাৰৰ টিকনি থকা পৰগনীয়া বামুণ কবিৰাজজনৰ।"

"বৰ নাম থকা কবিৰাজ।"

শ্ৰৱণে কাষতেই থকা ওখ মুঢ়া এটাত বহি বুঢ়াৰ বুকুত মালিচ কৰি দিলে।

"বাবা, বৰ কষ্ট, বৰ কষ্ট।" কেঁকাই-গেঁথাই বুঢ়াই কৈ উঠে।

"ভাল হব, ভাল হব।"

বুঢ়াই বৰ মৰমেৰে নাতিনীয়েকৰ পিনে চাব ধৰে।

"মালিচ কৰিবলৈ কিবা ঔষধ দিছে নে কি ?" শ্ৰৱণে সোধে।

"সেয়া" বুলি সাৱিত্ৰীয়ে দেখুৱাই দিয়ে।

শ্ৰৱণে ঔষধ সানি বুঢ়াৰ বুকু মালিচ কৰি যায়।

এই দৰে কিমান সময় গ'ল শ্ৰৱণে কব নোৱাৰিলে।

ইতিমধ্যে সাৱিত্ৰীয়ে মচলা দিয়া খিলিপাণ দুখন আনি শ্ৰৱণৰ আগত থয়।

সাৱিত্ৰী কাষত থাকিলে বেমাৰীক এনেদৰে দিনে-ৰাতিয়ে পৰ দিব আৰু শুশ্ৰূষা কৰিব পাৰি।

"বাবা, সাৱিত্ৰী, পাণ-চাহ।" বুঢ়াই কৈ উঠে।

শ্ৰৱণে খিলিপাণ এখন মুখত সোমাই লয়।

ইপিনে সাৱিত্ৰীয়ে তাইৰ নিজৰ কোঠালিলৈ আহি কোঠাটো পৰিপাটি কৰে। মনতেই ভাবিছে, তালৈকেই আনি শ্ৰৱণক একাপ চাহ খুৱাব।

কিছু সময় পাৰ হৈ গ'ল।

"আহকচোন।"

সাৱিত্ৰীৰ কথাৰ ইঙ্গিততেই শ্ৰৱণে থিয় হবলৈ উমঘাম কৰে।

"যা বাবা।" বুঢ়াই কেঁকাই-গেঁথাই কয়। চকু মুদি থাকিলেও বুঢ়াৰ তত আৰু লক্ষ্য সকলোপিনেই থকা বুলি শ্ৰৱণে বুজি পালে।

সৰু কোঠাটো, বিচনাখন, চকী-মেজ এযোৰ আৰু সৰু আলনা এখন। বেৰত স্কুলীয়া ছোৱালী কিছুমানৰ গ্ৰুপ ফটো এখন। সাৱিত্ৰী স্কুলত পঢ়া সময়ৰ সেইখন ফটো। আন এখন সাৱিত্ৰীৰ আজিকালিৰ ফটো। ইয়াৰ বাহিৰেও নতুন-পুৰণি বহুত কেলেণ্ডাৰ বেৰৰ চাৰিওপিনে আছে। মেজত বহুদিনীয়া পুৰণি আৰু আগৰ-পিছৰ পাত নথকা এখন হিন্দী ৰামায়ণ আৰু দুখনমান অসমীয়া গল্পৰ পুথি।

চাহ কাপ আনি আগতেই থোৱা আছিল। চাহ কাপত যেন শ্ৰৱণে সুন্দৰ গোন্ধ এটি পালে।

"খাওক।"

সাৱিত্ৰী তেওঁৰ নিচেই কাষতেই বহিল।

চাহ এঢোক খাই শ্ৰৱণে ক'লে, "সাৱিত্ৰী, আজি আৰু বেমাৰীহে লগ পাব ধৰিছোঁ।"

"আৰু ক'ৰবালৈ গৈছিল নে কি ?"

"ৰূপকৰ পৰিবাৰৰ অসুখ। তাৰেপৰাই আহি্ তোমালোকৰ ঘৰত। ইয়াৰ পিছত বা আৰু ক'ত বেমাৰী পাওঁ!"

তেওঁ সাৱিত্ৰীৰ মুখলৈ চাই থাকে।

"বেমাৰী লগ পাই শুশ্ৰূষা কৰি ফুৰিব পৰাটো ভাগ্যৰ হে কথা।"

শ্ৰৱণে চাহ কাপ খাই শেষ কৰে। সাৱিত্ৰীক কবলৈ যেন তেওঁ আজি কথাকেই বিচাৰি নাপায়।

নিৰৱতাৰ মাজেদিয়েই কিছু সময় পাৰ হৈ যায়। সেই নিৰৱতা ভঙ্গ কৰি সাৱিত্ৰীয়ে কয়, "আমাৰ ককাৰ বয়স বহুত হ'ল। তথাপিও, তেওঁ মৰা কথাটো ভাবিবলৈ বৰ টান লাগে। বাবাও নাই, তেওঁ মৰিলে আমাক কোনে চাব ?"



তাইৰ চকু চল্‌চলীয়া হয়।

শ্ৰৱণে মৰমেৰে তাইৰ হাত এখনত ধৰি কয়, "সেইবোৰ ভাবি বেজাৰ কৰিব নাপায়। তোমাৰতো ককাৰ বাহিৰেও বুঢ়ী আই আছে, মায়েৰা আছে। মোৰ যে কোনো নাই, মই কেনেকৈ জীয়াই আছোঁ? তোমালোক সকলোৰেই মোৰ আপোন। সঁচাকৈয়ে সাৱিত্ৰী, তোমাক লগ পোৱাৰ আগলৈকে মানুহৰ মৰমবিলাকলৈ মোৰ এটি অবিশ্বাস জন্মিছিল। ভাবিছিলোঁ, মৰম দেখুৱাইহে মানুহে মানুহক প্ৰৱঞ্চনা কৰে।"

মৰম নোহোৱাকৈ পৃথিবীখন কেনেকৈ থাকিব ? আমাৰ বুঢ়ী-আইৰ ককাৰ প্ৰতি যেনে মৰম, ভাবিলে আচৰিত হওঁ।" সাৱিত্ৰীয়ে কয়।

পুনৰ এটি নিৰৱতা বিৰাজ কৰে, মাথোঁ সেই নিৰৱতা ভাঙি দিয়ে বুঢ়াৰ কাহ একোটিয়ে।

"ঠিকেই, সম্পৰ্কৰ ফালৰপৰা যদি চোৱা, মোৰ আপোন বুলিবলৈ কেও নাই, তথাপিও তোমালোকেই মোৰ কিমান আপোন হৈছা। মোৰ অন্তৰখন যদি তুমি জুমি চাব পাৰিলাহেঁতেন, তেনেহলে বুজিলাহেঁতেন তোমাকেই মই কিমান ভাল পাওঁ।"

শ্ৰৱণে সাৱিত্ৰীক বুকুৰ মাজলৈ টানি নিয়ে।

সাৱিত্ৰীৰ চকুপানী ওলাই পৰে গিৰ্‌গিৰ্‌কৈ।

শ্ৰৱণে আচৰিত হৈ সোধে, "চকুপানী কিয় সাৱিত্ৰী ?"

ক'লা শাৰীখনৰ আঁচলেৰে চকু দুটা মচি সাৱিত্ৰীয়ে কয় "বহুত দিনৰেপৰা আপোনাৰপৰা ইয়াকে বিচাৰিছিলোঁ, আগতে ইঙ্গিতেৰে নোসোধাও নহয়।"

সাৱিত্ৰীৰ কথাষাৰ শুনিয়েই শ্ৰৱণে ক'লে, "বহুত কথাতেই নিজক সংযত কৰিবলৈ যত্ন কৰি আহিছোঁ। তোমাক ঠিক আজিৰ দৰেই বুকুৰ মাজত টানি লবলৈ মোৰ হাবিলাষ জন্মিছিল, কিন্তু মোক বেয়া মানুহ বুলি ভাবা বুলিয়েই নিজকেই সংযত কৰিছিলোঁ।"

বগা মুখখনিত এটি হাঁহিৰ ৰেখা ফুটাই সাৱিত্ৰীয়ে সোধে, "পিছে আজি ?"

"আজি আৰু একো নাই। আজি সকলো বান্ধ ভাঙি গৈছে। নদী যেতিয়া সাগৰত পৰে, তাৰ গতি ৰোধ কৰোঁতা আৰু কোনো নাথাকে, শ শ মাইল অতিক্ৰম কৰি সি মহাসাগৰৰ মহাবুকুলৈ সোমাই যায় মহা উল্লাসত।"

দুয়োৰো তৃপ্তিৰ ভাব।

সেই তৃপ্তিৰ ভাবক বাধা দি সাৱিত্ৰীয়ে কৈ উঠিল, "ককাৰ কিবা দৰকাৰ হব পাৰে, যাওঁগৈ আৰু। পিছে এটা কথা কওক-চোন, মোক জানো আপুনি সদায় ভাল পাব ?"

"কিয় নাপাম, তাত বাধা কি ?"

"তেন্তে আপুনি মোক……?"

সাৱিত্ৰীৰ কথাষাৰ শেষ হবলৈ নৌপাওঁতেই শ্ৰৱণে ক'লে, "নিশ্চয়, তোমাক মই ……।"

ঘৰটো নিমাত—নিটাল। কিন্তু বাহিৰৰ ৰাস্তাত মটৰ, ৰিক্‌চা আৰু মানুহৰ উছলি-মুছলি। সেই উছলি-মুছলিৰ মাজত শ্ৰৱণৰ কথাষাৰ অস্পষ্ট হৈ অসম্পূৰ্ণ হৈ থাকিল ; কিন্তু সাৱিত্ৰীয়ে বুজিলে সেই অসম্পূৰ্ণ কথাষাৰিৰ অৰ্থ।...

শ্ৰৱণ বাটলৈ ওলাই আহে। সাৱিত্ৰীয়ে দুৱাৰ-মুখৰপৰা তেওঁক চাই থাকে। দিন-দুপৰৰ পোহৰে দুয়োকো পৃথিৱীৰ আগত দাঙি দেখুৱায় !

* * * *



—এঘাৰ—

সিদিনা অমাৱস্যাৰ ৰাতি ডাইনী বুলি ধৰি লোৱা লক্ষ্মণ বুঢ়াক কোনোবাই সিফলীয়া কৰি পেলালে। আকৌ সোণচিৰি বাগানত হুলস্থুল লাগি পৰিল।

মেনেজাৰ বৰুৱাৰ মনত এনেয়ে সুখ-শান্তি নাই, তাতে আকৌ এইবিলাক আহুকালে তেওঁক বাৰুকৈয়ে জৰ্জ্জৰিত কৰি তুলিলে। পৰিবাৰ এতিয়াও আহি বাগান পোৱাহি নাই। তেওঁ যোৰহাটৰ পৰা গৈ ডিব্ৰুগড়ৰ হচ্‌পিটালত উঠিছে। তাতেই হেনো চৈধ্য বছৰ আগতেই কৰা ষ্টেৰিলিজেচন অপাৰেচনৰ বান্ধ সোলোকাবলৈ গৈ ডাক্তৰসকলক টানি ধৰিছে। তাৰ পিছৰ খবৰ এতিয়ালৈ তেওঁ পোৱা নাই। সৰু জীয়েক দৃষ্টাই তেজপুৰ হাইয়াৰ চেকেণ্ডাৰী স্কুলৰ বোৰ্ডিঙত থাকি তাতেই পঢ়িছে। মিচেচ বৰাৰ তত্ত্বাৱধানত থাকি আগতকৈ পঢ়া-শুনা ভাল কৰিছে বুলিয়েই জানিব পাৰিছে।

হত্যাকাণ্ডটো হোৱাৰ আগলৈ কুদন চৰ্দ্দাৰৰ জৰিয়তে মেৰী বাৰ্ডিঙ্ নামৰ এজনী তিৰোতাৰ লগত বাৰুকৈয়ে এটি লেটি-পেটি গঢ়ি উঠিছে। মেৰীৰ বাপেক যোচেফ্ আজি পাঁচ বছৰ আগতেই চেঁচাপানী বাগানৰ পৰা বৰদিনৰ ছুটীত মিতিৰ খাই সন্ধিয়া অকলে ঘূৰি আহোঁতে বাটতে নোহোৱা হয়। সকলোৰে অনুমান কৰিলে তেওঁক বাঘে খোৱা বুলি, কাৰণ সেই সময়ত বাগানবিলাকত অ'ত-ত'ত বাঘে গৰু মাৰিছিল। তাইৰ বিয়া হৈছিল বাগানৰেই চাইমন নামৰ বন্ধুৱা এজনৰ লগত। পিছে, কিবাকিবি কথাত মনৰ অমিল হোৱাত বিবাহ-বিচ্ছেদ হবৰ আজি দুবছৰ হ'ল। তেতিয়াৰ পৰা তাই অকলশৰে বাগানতেই কাম কৰি পেট-প্ৰৱৰ্ত্তাই আছিল। পিছে কুদনৰ যুক্তি-পৰামৰ্শত মেনেজাৰ চাহাবৰ বুকুৰ মাজত নিজকে বিলাই

দিবলৈ হাবিলাষ কৰি উঠিল। গাৰ বৰণ তাইৰ ক'লা হলেও দীঘল কিচ্‌কিচীয়া চুলিকোছা, তিৰবিৰোৱা চকু দুটি আৰু গাঁভৰুৰ দৰে এতিয়াও উন্নত হৈ থকা বুকুখনিয়েই তাইৰ আকৰ্ষণৰ বস্তু। বয়স তাইৰ ডেৰ-কুৰিৰ অলপ কম হব পাৰে। দেখাত কিন্তু তাইক উনৈশ-বিশ বছৰীয়া ছোৱালী যেনহে লাগে।

ঘৈণীয়েকৰ কথা ভাবি বৰুৱাই এতিয়া জীৰ্ণ মনটো আৰু ভাঙিব নোখোজে। তেওঁৰ পৰামৰ্শ বৰুৱানীয়ে লবলৈকেই ইচ্ছা নকৰে। সন্তান নিৰোধ কৰাৰ অপাৰেচনত বৰুৱাৰ মুঠেই মত নাছিল। কিন্তু নিজেই নিজৰ মতত সেইবোৰ কৰিছে। এতিয়া আকৌ নিজৰ মতেই যি কৰে কৰক।

বাগানলৈ আকৌ পুলিচ-দাৰোগা আহিল। ইউনিয়নৰ নেতা-সকলবো গা খদম্‌-দমাই গ'ল। এই বেলি বুধুৱা মুণ্ডা, বৰুন্দা তান্তি, চাতুৰা যোগী, দণ্ডো মুণ্ডা আৰু কানাই নায়ক এই পাঁচ-জন বনুৱাক গ্ৰেপ্তাৰ কৰি তেজপুৰলৈ চালান দিলে। ইয়াৰ ভিতৰত দণ্ডো মুণ্ডা আৰু কানাই নায়ক এই দুজন আগৰ বাৰৰ মোকৰ্দ্দমাত গ্ৰেপ্তাৰ নোহোৱা লোক, বাকী তিনিজন আগৰ বাৰো পৰিছিল।

অফিচাৰ, বনুৱা, ঠিকাদাৰ সকলোৰে মাজত এটি অশান্তিয়ে দেখা দিলে। মেনেজাৰৰ বঙলালৈ কেবাবাৰো পুলিচ-বিষয়া অহাত তেওঁৰো মনত সুখ-শান্তি নোহোৱা হ'ল। ৰাতি মেৰী নাথাকিলে তেওঁৰ ভাল নলগাত পৰিল। কথা কবলৈ কুদন চৰ্দ্দাৰকো তেওঁ সদায় কাষতে বিচৰা হ'ল।

এনে সময়তে এদিন অধ্যাপক ভূঞা আহি ওলাল। তেতিয়া প্ৰায় সন্ধিয়া হওঁ হওঁ। বাগানৰ সৰু বজাৰখন তেতিয়াও চলি আছে। শাৰী পাতি বাগানৰ মুনিহ-তিৰোতা বনুৱাই বজাৰৰ টালি-টোপোলা লৈ ঘৰমুৱা হৈছে। সেই দৃশ্যটো চাই ভূঞাৰ বৰ ভাল লাগিল।

দুৱাৰ-মুখৰ চিৰিত বহি খৈনী বনাই থকা কুদনে পৰিচিত



ভূঞাক নমস্কাৰ জনালে। মেনেজাৰ চাহাবৰ বন্ধু বুলি বাগানৰ প্ৰায় সকলো বনুৱাই তেওঁক চিনি পায়।

বঙলাত কোনো নথকাত ভূঞাই নিসঙ্কোচে ইপিনে সিপিনে ঘূৰি থাকোঁতে এটা সুকীয়া ৰুমত কিবা কৰি থকা মেৰীয়ে মিচিক্‌কৈ হাঁহি এটা মাৰি পৰ্দ্দাখন পেলাই দিলে। ভূঞাৰ চকুত পৰিল। দুয়ো বন্ধুৱে ড্ৰয়িংৰুমত বহি কথা-বতৰা আৰম্ভ কৰিলে।

"ঘৰ শূন্য; সেয়ে, সেই কুদন চৰ্দ্দাৰ আৰু নিৰাশ্ৰয়া মেৰীক সম্প্ৰতি ইয়াতেই থাকিবলৈ দিছোঁ। লগ নহলে নোৱাৰি ভূঞা।" আফ্‌চোচৰ সুৰত বৰুৱাই কয়।

"ঠিক আছে, অৱস্থা বুজি ব্যৱস্থা। পিছে গৃহিণীৰ পুনঃ অপাৰেচনৰ কথা বোধহয় জানিব পাৰিছে?"

এটি কৃত্ৰিম হাঁহি মাৰি বৰুৱাই উত্তৰ দিয়ে, "বহুত অপাৰেচনৰেই তেওঁৰ দৰকাৰ হৈছে। পিছে ডাক্তৰে জানো মনৰ অপাৰেচন কৰিব'পাৰিব?"

বন্ধুক সান্ত্বনা দিবলৈ ভূঞাই কথা জোৰোৱাৰ নিচিনাকৈ কয়, "অৱস্থা বুজি ব্যৱস্থা। ভগা দেহ আৰু ভগা মন যত্ন কৰিলে অৱশ্যে জোৰা লগাব পাৰি। আপোনালৈ চিঠি নিদিয়াৰ কথা তেওঁ মোৰ চিঠি-খনত লিখিছে। আকৌ লিখিছে যে মই খবৰ পালেই আপুনি পাব।"

বৰুৱা মনে মনে থাকে। এনেতে চাহ-জলপান আনি মেৰীয়ে টেবুলত থৈ দুৱাৰ-মুখৰ কাষতেই ক্ষন্তেক থিয় হৈ ভিতৰ সোমায়। এই বেলি ভূঞাই তাইক ভালকৈয়ে চাই লয়। খোপাটোত ফুল গুজি গুজি তাই আকৰ্ষণীয় হৈ উঠিছে।

দুয়ো চাহ খাবলৈ ধৰে। অলপ আঁতৰতে কুদন চৰ্দ্দাৰৰ খৈনী মোহাৰি মৰা হাত-চাপৰি শুনা যায়।

"সেয়া কুদন, বেচেৰাই বঙহৰ লোকৰ দৰে মোৰ লগতেই আছে। ছোৱালীজনীকো আনিছে সিয়েই। সিহঁত দুটাইহে মোক যেন জীয়াই ৰাখিছে।"

বৰুৱাৰ কথাত ভূঞাৰ এটি সমবেদনা জাগি উঠে।

দূৰত কিছু কোঢ়াল শুনা যায়, মাদলৰ শব্দও দুটা এটা ভাহি আহে।

আগতে আহিলে যেনেকুৱা লাগিছিল, ভূঞাৰ আজি ঠিক তেনেকুৱা লগা নাই। সকলোপিনেই যেন কিবা একোটা বাধা!

আকৌ শুনা যায় চাওতালী গীতৰ সুৰ আৰু লগে লগে মাদলৰ গুড়ুম্ গুড়ুম্।

"ভাল লাগে।" ভূঞাই কয়।

"অনাদৃত বন্ধুৱা হলেও, সঁচাকৈয়ে সংস্কৃতি সিহঁতৰ সজীৱ। কৃষ্টি-কেন্দ্ৰৰ হলঘৰ এটা ইয়াত হোৱাৰ কথা। ৰূপকক মাতি আনি ঘৰৰ মডেল এটি দিয়াৰ বাবে কৈছিলোঁ, পিছে আজিলৈকে খবৰ নাই। নহলে ইঞ্জিনিয়াৰকে কব লাগিব।" বৰুৱাই কয়।

"অ' নকব, তেওঁৰ পৰিবাৰৰ ভয়ানক অসুখ। ইপিনে টকা-পইচাৰ অভাৱ।"

ভূঞাৰ কথাতে বৰুৱাই মনে মনে থাকি সেই শিল্পীজনৰ কাৰণে বৰকৈ অনুভৱ কৰিলে।

ৰাতি হৈ আহিল।

ভাত খাই উঠি আকৌ দুয়ো বহুত ৰাতিলৈকে গল্প কৰিলে। পিছ দিনা ভূঞাই বিদায় ললে।

বৰুৱাৰ আকৌ গতানুগতিক কাম আৰম্ভ হ'ল। ইয়াৰ মাজতেই তেওঁ ৰূপকৰ নামত এশ টকা তেওঁৰ পত্নীৰ চিকিৎসাৰ বাবে পঠাই দিলে।

তিনি মাহৰ পিছতেই বাগানৰ লক্ষ্মণ বুঢ়াৰ হত্যাকাণ্ডৰ মোকৰ্দ্দমাটো চেচন আদালতলৈ পঠোৱা হয়। বুধুৱা আৰু কানায়ে জামিনত খালাচ পালে, বাকী তিনিজনক জামিনত নিদি আচামী কৰি জেললৈ পঠালে।

বাগানৰ সমাজখনলৈ কিছু শান্তি আহিল।



মিচেচ বৰুৱাই ডিব্ৰুগড়ৰপৰা ঘূৰি আহি যোৰহাটৰ দেউতাকৰ ঘৰতেই জিৰণি লৈছে। অপাৰেচন কৰি অহাৰ পিছৰপৰা তেওঁৰ মনত অদমনীয় কামনা কিছুমানে থিতাপি লৈছে। তাৰ উপৰিও কিছুমান খেলি-মেলি ভাবে তেওঁক বৰ ব্যতিব্যস্ত কৰি তোলে। একোবাৰ ভাবে, পোনে পোনেই বাগানলৈ গৈ বৰুৱাৰ লগত এক-দেহ এক-মন হৈ পুনৰ নতুন জীৱন আৰম্ভ কৰিব। আকৌ ভাবে, তেওঁৰ লগত থকা স্বামী-স্ত্ৰীৰ সম্বন্ধ বহুদিন আগতেই ছেদ হৈছে, এতিয়া কেনেকৈ গৈ তেওঁৰ ওচৰত আত্ম-সমৰ্পণ কৰিব?

ইয়াতেই অমিয়াৰ এজন নতুন মানুহৰ লগত বন্ধুত্ব হ'ল। এই বেলিও সেই দণ্ডি হাজৰিকাই তেওঁক লৈ আহিছিল। তেওঁৰ নাম মিস্টাৰ জেকব, মধ্যপ্ৰদেশৰ মানুহ, ইয়াত এন্-চি-চি কেপ্টেইন, বয়স প্ৰায় দুকুৰি হব। ঘৈণীয়েকজনীৰ লগতো অমিয়াৰ বন্ধুত্ব গঢ়ি উঠিল। নাম এনী। বেছ হৃষ্ট-পুষ্ট তিৰোতা। মুখখন বহল, গাল ভৰা আৰু চুলিবিলাক কোঁচখাই কান্ধত ওলমি থকা। চিক্কৰ ৰঙা শাৰীখনেৰে তেওঁক বিতোপন দেখি। বন্ধুত্ব গঢ়ি উঠিলেও তেওঁৰ কাষত অমিয়াই কিবা এটা নিষ্প্ৰভ ভাব অনুভৱ কৰে।

এওঁলোকৰ লগত বন্ধুত্ব হোৱাৰ তিনিদিন পিছতেই অমিয়াই এদিন সপোনত দেখিলে যে এনী যেন নাই, আৰু এনীৰ পৰিবৰ্ত্তে তেওঁ জেকবৰ লগত বেছ আনন্দেৰে কথা-বাৰ্ত্তা পাতিছে; আৰু তাৰ পিছতেই যেন দুয়ো এটা এন্ধাৰ কোঠালৈ সোমাই গৈছে, আৰু অমিয়াই যেন ভয়তেই তেওঁক চিঞৰি সাৱট মাৰি ধৰিছে।

এই সপোনেই অমিয়াৰ মনৰ মাজলৈ এটি পৰিবৰ্ত্তন আনি দিলে। জেকবক তেওঁ বেছি ভাল পোৱা হৈ আহিব ধৰিলে আৰু এনীৰ প্ৰতি হিংসাৰ ভাবে তেওঁক খুলি খুলি খাব ধৰিলে। দুয়ো ফুৰিবলৈ আহিলেও তেওঁ কিবা আনমনা হৈ জেকবৰ মুখলৈ চাই থকা হ'ল। এনীৰ লগত কথা কবলৈ তেওঁৰ লাহে লাহে মন নোযোৱা হ'ল।

শেষত তেওঁ বাগানলৈ গুচি যোৱাকে ঠিক কৰিলে।

—বাৰ—

শলিতাক হচ্‌পিটালত থৈ ৰূপক আৰু শ্ৰৱণ ওচৰৰেই হোটেল এখনত আছে। খুব দুৰ্ব্বল বুলি অপাৰেচন কৰিবলৈও ডাক্তৰে সাহ কৰা নাই। ইপিনে অপাৰেচন নহলেও নহয়। তেওঁৰ বেমাৰ এটাই নহয়, কেবাটাও। চিকিৎসা হব লাগিছিল আগতেই।

চিলঙৰ চেঁচা বতাহৰ মাজত বহি ৰূপকে শলিতাৰ মুখখনলৈ চাই থাকে। বেমাৰৰ উপসৰ্গবিলাকে তাইৰ মুখৰ সৌন্দৰ্য্য নিঃশেষ কৰি দিছে। তথাপিও, তাৰ মাজতেই ৰূপকে দেখে সৌন্দৰ্য্যৰ সাগৰ। আগৰ কথাবোৰ ৰূপকৰ মনত পৰিবলৈ ধৰে। কোনো দিনা ঈশ্বৰক নভবা ৰূপকে ঈশ্বৰক কাকুতি জনায়।

হচ্‌পিটালত বেমাৰীৰ লেখ-জোখ নাই। ইয়াত এনে লাগে যেন সমগ্ৰ পৃথিবীখনৰেই বেমাৰ হৈছে।

শলিতাই ৰ লাগি ৰূপকৰ মুখখনিলৈ চায়।

"মই মৰিলে, আপুনি বিয়া কৰাব দেই, নহলে আপোনাৰ বৰ কষ্ট হব।"

শলিতাৰ কথাষাৰিত ৰূপকৰ অন্তৰ বিদীৰ্ণ হৈ যায়।

"তেনে কথা কিয় কোৱা সোণ, তুমি ভাল হৈ যাবা নহয়।"

শলিতাৰ চকু দুটি সেমেকি উঠে, জাপ খাই পৰে।

নাৰ্চ এজনী আহি কাৰ্ডখনত কিবাকিবি লিখি যায়।

"বেমাৰীৰ লগত বেছি কথা নকব দেই।" নাৰ্চজনীয়ে ৰূপকৰ পিনে চাই কয়।

কথাষাৰি ৰূপকৰ কাণত পৰিও নপৰা যেন হয়।

নাৰ্চ গুচি যায়। কোঠাটো নিৰৱ হৈ পৰে।

ৰূপকে শলিতাৰ মূৰটো পিটিকি দি দি ভাবে—এই সোণ-সাগৰত



কিমান সপোন সাজি সাঁতুৰি-নাদুৰি ফুৰিলোঁ, এই সাগৰ জানো শুকাব।

শলিতাই চকু মেলি চায়। তাইৰ চকুযুৰি আৰু শেঁতা পৰি গৈছে, গাল দুখন সোমাই গৈছে, হাড়বোৰ ডাল-ডালকৈ ওলাই পৰিছে। ৰূপকৰ চকুত পৰে এইবোৰ···।

···ৰূপক আৰু শ্ৰৱণ গধুৰ মনেৰে সন্ধিয়া পৰত পুলিচ বজাৰৰ চুকত থিয় হয়। কিমান মুনিহ-তিৰোতা, ডেকা-গাভৰু তেওঁলোকৰ চকুত পৰে। কাৰো যেন দুখ-বেজাৰ, অভাৱ-অভিযোগ, চিন্তা-ভাবনা নাই, সকলো যেন সুখী, সকলো যেন সম্পদী।

"এখনি যেন প্ৰেমৰ সাগৰ।" ৰূপকে লাহেকৈ শ্ৰৱণৰ কাণৰ কাষত কয়।

"এৰা।"

"স্বামী-স্ত্ৰীৰ, প্ৰেমিক-প্ৰেমিকাৰ উদুলি-মুদুলি।"

"এৰা।" শ্ৰৱণে মূৰ দুপিয়ায়।

সোণ ভাল হৈ উঠিলে এদিন ইয়াত ঘূৰিব লাগিব বুলি ৰূপকে ভাবে।

সাবিত্ৰীক নিচেই কাষতেই লৈ এনেকৈ টহল দিবলৈ শ্ৰৱণৰ মনৰ মাজত এটি হাবিলাষ জন্মি উঠে।

দুয়ো হোটেললৈ উভতি যায়।

ৰাতি হৈ আহে। চেঁচা বতাহ আৰু বেছিকৈ ববলৈ ধৰে; চাৰিওপিনে সন্-সন্ শব্দই এটি যেন ঐক্যতানৰ সৃষ্টি কৰে।

ৰূপকৰ ৰাতি বৰ ভাল টোপনি হোৱা নাই। কিবাকিবি সপোন দেখি আছে। সপোনত কেবাবাৰো শলিতাক দেখিছে। এবাৰ দেখিছে, শলিতাই বহল খৰস্ৰোতা নদী এখনত নাও বাই খুব বেগেৰে ভটিয়াই যাব ধৰিছে। তেওঁৰ টোপনি ভাগিল। ঠাণ্ডা লগাত লেপখন ওপৰলৈ টানি লৈছে। সিপিনে শ্ৰৱণে বাগৰ সলাইছে।

ৰাতি পুৱাইছেহে মাত্ৰ। এনেতে মেনেজাৰৰ ফোনত হচ্‌পিটালৰ-পৰা ৰূপকক বিচাৰিছে।

ৰূপকে উধাতু খাই দৌৰি গৈ ফোনত ধৰিলে।

"কোন।"

"মই ৰূপক।"

"অ' বৰ দুখৰ কথা, আপোনাৰ ৰোগী শেষ হৈছে, আহক।"

শ্ৰৱণ দৌৰি আহিল।

ৰূপক তাতেই ঢলি পৰিব খুজিলে। শ্ৰৱণে ধৰি তেওঁক আনি বিচনাত শুৱাই দিলে।

* * * *

চাওঁতে চাওঁতে এবছৰ পাৰ হৈ গ'ল। সন্তানৰ বাবে মিচেচ বৰুৱা আকুল হৈ উঠিল। মিঃ জেকবৰ লগত এটি এন্ধাৰ ৰুমৰ ভিতৰলৈ সোমাই যোৱা সপোনটো সেই বছৰত তেওঁ কেবাদিনো দেখিছিল আৰু চিঞৰি উঠিছিল। বৰুৱাৰ দোষতহে তেওঁৰ সন্তান নহয় বুলি লাহে লাহে বৰুৱাৰ প্ৰতি তেওঁৰ বিতৃষ্ণা জন্মি আহিব ধৰিলে।

অমিয়াৰ মনৰ পৰিবৰ্তন হৈ ভালৰ ফালে অহা বুলি বৰুৱাই পোনতে তৃপ্তি আৰু আনন্দ পাইছিল। কিন্তু অপাৰেচনৰ ইমান দিনৰ পিছত পুনৰ ৰি-অপাৰেচনৰ দ্বাৰা যে সন্তান হব, এনে আশা কিন্তু বৰুৱাই কৰা নাছিল। তথাপিও পত্নীৰ হাবিলাষ পূৰ্ণ হব বুলি, মনে মনে একোবাৰ ধাৰণা কৰিছিল। কিন্তু আজি এবছৰে একো নোহোৱাত, বৰুৱানীয়ে সমস্ত দোষ বৰুৱাৰ ওপৰতেই মনে মনে জাপি দিলে। সপোন দেখি সাৰ পাই চিঞৰি উঠা অভ্যাসটো তেওঁৰ দিনক দিনে বাঢ়ি গ'ল, শেষত এদিন নিজৰ স্বামীক ভয়ানক-ভাৱে আক্ৰমণ কৰিলে।

বেচেৰা বৰুৱাজনৰ সুখ-শান্তি নোহোৱা হ'ল। কুদনে কেতিয়াবা ছেগ বুজি তেওঁক সান্ত্বনা দিয়ে।

মিচেচ বৰুৱা অহাৰ পিছতেই মেৰীক তেওঁৰ বঙলাৰপৰা বিদায় দিয়ে। তাই এতিয়া বন্নুৱা-বস্তিৰেই সৰু ঘৰ এটিত বুঢ়ী এজনীৰ



লগত থাকে। বুঢ়ীজনীৰো বৰ্ত্তমান কোনো নাই, সেয়ে মেৰীক তাই বৰ মৰম কৰিছে।

ডাক্তৰৰ পৰামৰ্শ লবলৈ গৈ অমিয়া তিনিদিন টাউনত থাকি অধ্যাপক ভূঞাৰ লগত ফুৰা-চকা কৰিলে। অমিয়াৰ চেহেৰাটো কিন্তু তেতিয়া সুন্দৰ হৈ আছিল। দৃষ্টা লগত থাকিলে তেওঁৰ জীয়েক বুলি বহুতে ধৰিবই নোৱাৰে

লেডী ডাক্তৰ অসীমা হাজৰিকাই অমিয়া বৰুৱাক চাই-চিন্তি প্ৰেচ্‌ক্ৰিপ্‌চন্ লিখি দিলে। ভূঞাৰ লগতেই ঘূৰিপকি তেওঁ ঔষধ-পাতি কিনি জীয়েকক মাত লগাই বাগানলৈ ঘূৰি গ'ল।

গৈয়েই বঙলাত কুদন আৰু মেৰীক কথা পাতি থকা দেখি তেওঁৰ খঙে চুলিৰ আগ পালেগৈ আৰু আগ-গুৰি নোহোৱাকৈ দুয়োকে গালি পাৰিবলৈ ধৰিলে।

মুখখন ক'লা কৰি মেৰী নিজৰ পঁজা পালেগৈ। কুদন ফুলনিৰ পিনে ওলাই গ'ল; ফুলৰ মাজত গজা দুই এডাল বন উঘালিব ধৰিলে।

বৰুৱা তেতিয়া বঙলাত নাছিল।

এনে ধৰণৰ ব্যৱহাৰৰ অভিজ্ঞতা কুদনৰ আছিল, গতিকেই আজিৰ ব্যৱহাৰক সি বিশেষ কথা বুলি একো নধৰিলে।

মিচেচ বৰুৱাই ইতিমধ্যে বাথৰুমত সোমাই মুখ-হাত ধুই কাপোৰ সলাই আয়নাৰ সমুখত বহিছে। এনেতে পৰ্দ্দাৰ সিপিনৰপৰা কুদন চৰ্দ্দাৰে মাত লগালে।

"মা, চাহাবক খবৰ দিবলৈ যাম নে কি?"

"যা সোনকালে চাহ খাবলৈ আহিবলৈ ক।"

সি দৌৰি গ'ল।

অলপ পিছতেই মেনেজাৰ বৰুৱা আহি পালে।

আহি পোৱাৰ লগে লগেই অমিয়াই গৰজি উঠি ক'লে, "বদমাচ তিৰোতাবিলাকক বঙলালৈ আহিবলৈ নিদিবচোন।"

"কোন বদমাচ তিৰোতাহে ?" বৰুৱাই লাহেকৈ সুধিলে।

"সেয়া আপোনাৰ মেৰী।" চুকু দুটা ঘূৰাই বৰুৱানীয়ে উত্তৰ দিলে।

"অ' এনেয়ে অহা মানুহ, খেদি দিলে অভদ্ৰামি নহব নে ?"

"অভদ্ৰামি ? কিহৰ অভদ্ৰামি ? মই তাইক খেদি দিছোঁ আজি। আকৌ আহিলে তাইৰ মই চুলি ছিঙিম।"

বৰুৱাই মুখেৰে একো নামাতিলে।

চাহ খোৱা মেজৰ কাষত দুয়ো বহাৰ লগে লগেই চাহ-জলপান আহিল।

দুয়ো খাবলৈ ধৰিলে।

"অ' দৃষ্টাৰ বিয়া।" মাজতেই অমিয়াই কৈ উঠিল।

"বিয়া ?"

"হয়, ককাদেউতাকে তাইৰ দৰা ঠিক কৰিছে। দৰা চাই আহিছোঁ। আপুনি বাধা দিলেও তাইৰ বিয়া হৈ যাব।" এটি ব্যস্ততাৰে অমিয়াই কৈ উঠে।

"মই জানো বাধা দিছোঁ। কিন্তু যা-যোগাৰ নোহোৱাকৈ জানো ছোৱালীৰ বিয়া হব পাৰে ?" বৰুৱাই এটা বিনয়ী সুৰত কয়।

"কিহৰ যোগাৰনো লাগিছে ?" চাহ এঢোক গিলি অমিয়াই কয়। "অলঙ্কাৰ-পাতি তাইৰ আছেই। কানি-কাপোৰখিনি বজাৰলৈ গৈ কিনি আনিলেই হ'ল।"

"ঠিক আছে, হৈ যাব।" বৰুৱাই সমৰ্থন কৰি কয়।

এইদৰে কথা-বতৰা পাতি চাহ খাই থাকোঁতেই অমিয়াই মেজত মূৰটো থৈ চকু মুদিলে। বৰুৱাই ভাবিলে অমিয়াই এনেয়েই তেনে কৰিছে।

ক্ষন্তেক সময় পাৰ হৈ গ'ল।

বৰুৱাই উঠিবলৈ বিচাৰিলে। অমিয়া নুঠাৰ বাবে লাহেকৈ গাত হাত দি জোকাৰি দিলে। আচৰিত কথা, অমিয়াৰ টোপনি আহিছে।



বৰুৱাই প্ৰথমতে কৃত্ৰিমতা কৰা বুলিয়েই ভাবিলে। পুনৰ জোকাৰি দি দেখিলে, সঁচাকৈয়ে টোপনি গৈছে।

বৰুৱা বৰ আচৰিত হ'ল। ভাবিলে, মানুহৰ এনেকৈনো টোপনি আহিব পাৰে নে ?

অলপ পৰ ৰৈ আকৌ গাত ধৰি মাতিলে।

"এক্কাৰ" "এক্কাৰ" বুলি অমিয়াই হঠাতেই চিঞৰি উঠি থিয় হ'ল।

বৰুৱাই চক খাই উঠিল।

"কি হৈছে ?"

"মিস্টাৰ জেকবক আপুনি অপমান নকৰিব। অপমান নকৰিব।"

চকু দুটা অস্বাভাৱিকভাৱে মেলি অমিয়াই চিঞৰি উঠিল।

বৰুৱাই ভাবিলে ঘৈণীয়েক পগলাই হ'ল।

তেওঁ অমিয়াক গাত ধৰি শোৱা কোঠালৈ নি—শুৱাই দি কাষতে বহি পৰিল।

অমিয়াৰ চাৱনিবোৰ বৰুৱাৰ বৰ অস্বাভাৱিক যেন লাগিল।

কুদন ক'ৰবাৰপৰা লৰি আহি সুধিলে, "কি হ'ল দেউতা ?"

"কব পৰা নাই। তই বিচনী লৈ এওঁৰ মূৰত বিচি দেচোন।"

কুদনে বিচিবলৈ ধৰে।

বৰুৱাৰ বৰ চিন্তা লাগিল।

আধা ঘণ্টামান পিছত অমিয়া বিচনাতে বহিল, তেওঁৰ চকু-মুখত স্বাভাৱিক ৰং দেখি বৰুৱাৰ মনটো যেন পাতলি গ'ল।

কুদনে তেতিয়াও বিচনীখনেৰে বিচি আছিল। বৰুৱাই তাক যাবলৈ ক'লে।

"কিবা এটা সপোন দেখা যেন পালোঁ। মোৰ টোপনি আহিছিল নে কি ?"

হাঁহি মাৰি বৰুৱাই উত্তৰ দিলে, টোপনি আহিছিলতো, ভাল ঘুমটি এটা মাৰিলা।"

"এটা সপোন দেখা যেন পালোঁ।"

"কি সপোন?" একো নজনাৰ ভাও জুৰি বৰুৱাই সোধে।

সপোনৰ কিছু অংশ গোপন ৰাখি অমিয়াই ক'লে, "কিবা এটা এন্ধাৰ কোঠাত সোমাই যেন ভয় খালোঁ। সেই একেটি সপোনকেই যেন মই মাজে মাজে দেখোঁ।"

বৰুৱাই মনতেই ভাবিলে, ঘৈণীয়েকৰ কিবা এটা মানসিক বিকাৰে দেখা দিলে। কথাষাৰ ভাবোঁতে তেওঁৰ মনটো বিমৰ্ষ হৈ উঠে। মিস্টাৰ জেকবৰ কথাও ভাবে। যোৰহাটৰ পৰা ঘূৰি অহাৰ পিছত মাথোঁ কিবা কথা প্ৰসঙ্গত মিঃ জেকবৰ কথা এদিন উলিয়াইছিল, আৰু কৈছিল যে ক্ষন্তেকৰ কাৰণে দেউতাকৰ ঘৰত লগ পোৱা এজন সুন্দৰ মানুহ। তেতিয়া কিন্তু বৰুৱাৰ মনত একো সন্দেহ হোৱা নাছিল। আজি কিন্তু বৰুৱাৰ অলপ সন্দেহৰ ভাব হ'ল। কিছুদিন আগতেই ফ্ৰয়ডৰ মনোবিশ্লেষণৰ ওপৰত লিখা এটি ইংৰাজী প্ৰৱন্ধৰ বিষয়ে মনত পৰিল। যিয়েই নহওক, তেওঁ কিন্তু ঘৈণীয়েকক একো নক'লে।

* * *



—তেৰ—

সোণহীন শূন্য সংসাৰত ৰূপকৰ আৰু মন নবহা হ'ল। পোনা দুটি পেহীয়েকক গতাই দি তেওঁ সভা-সমিতি, গীত-নাট-নাচ আদিত যোগ দি অসমৰ ইমূৰৰপৰা সিমূৰলৈ ঘূৰি ফুৰিব ধৰিলে।

এইদৰে ঘূৰি ফুৰোঁতে তেওঁ আকৌ এবাৰ সোণাফুলি-অঞ্চলেদি পাৰ হৈ চিলাৰায়ৰ চিকণ গাঁৱেদি গৈ দক্ষিণ পাৰ ওলাল। সোণমাইৰ বুঢ়া মাক-বাপেকক তেওঁ মাত লগাই গ'ল। সোণমাইৰ এতিয়াও বিয়া হোৱা নাই।

চমু কথোপকথনত বুঢ়াই মাথোঁ লাহেকৈ ক'লে, "সোণাই বিয়া নাকৰেৰে বা। আমি এখন আৰ কিছু নাকই। তোমাৰতো বা পৰিবাৰ মাৰা গেইছে।"

"হয়, কি কৰিব? সেইবিলাক দুৰ্ভাগ্যৰ কথা কি কম!" ৰূপকে বেছি কথা নকয়।

"বাবা, ফেৰ বিবাহ কৰাই ভাল, তুমিৰাতো চেংৰা চাৱা।" টুপুৰকৈ বুঢ়ীয়ে কয়।

ৰূপকে একো উত্তৰ নিদি মাথোঁ এটি সৰু হাঁহি মাৰে।

"ঠিক কথা বা, কত বয়স? চেংৰা চাৱা।" বুঢ়াই সমৰ্থন কৰি কয়।

"আমাৰ সোণাটো আছে, তাকে দিবাৰ পাৰি।" বুঢ়ীয়ে কৈ পেলায়।

"গৰিব আমিৰা বা।"

বুঢ়াৰ কথাষাৰিলৈ মন নকৰি ৰূপকে বুঢ়ীৰ ফালে চাই কয়, "দুটা চাৱা আছে আই। কাৰ বেটী নি কষ্ট দিম?"

তেওঁলোকৰ আলোচনাবোৰ বেছি দীঘল নহয়, কাৰণ ৰূপকৰ লগত আন মানুহ কেবাজনো গৈ চোতালতেই অপেক্ষা কৰি আছিল।

সোণমায়ে এতিয়া কোক্ৰাঝাৰত বয়ন-বিদ্যালয় এখনত কাম কৰি আছে। মাক-বাপেকে বিয়াৰ কথা ক'লে তাই বৰ বেয়া পায়। গাঁৱলীয়া ডেকা বহুতেই তাইৰ প্ৰাৰ্থী হৈছিল, কিন্তু তাইৰ মত নোহোৱাত বিয়াখন হৈ উঠা নাই। আগৰ বাৰ ৰূপক সেই ঠাইত থাকি গুচি যোৱাৰ পিছত দুই এজন টুটকীয়াই কথা এটা উলিয়াইছিল যে সোণমাই ৰূপকৰ লগত বিয়া সোমাব। কিন্তু দিন বাগৰি যোৱাৰ লগত মানুহে সেই কথা প্ৰায় পাহৰা যেন হ'ল। এতিয়া কিন্তু সোণমাইৰ মাকে মনে মনে কথা এটা ভাবিছিল যে বিয়া নকৰোৱা হলে ৰূপকৰ হাততে সোণক বিয়া দিব পাৰিলেহেঁতেন।

ৰূপকে বুঢ়া-বুঢ়ীৰ পৰা বিদায় লৈ গুচি যায়, কিন্তু বুঢ়া-বুঢ়ীৰ কথাই তেওঁৰ অন্তৰ পৰশি তোলে।

ডেৰ-মাহৰ মূৰত ৰূপক তেজপুৰত ওলালহি।

ৰূপক আহিয়েই সন্ধিয়া শ্ৰৱণৰ কাৰখানালৈ যায়।

ৰণজিৎ আৰু জীৱনে তেওঁক দেখিয়েই অভিবাদন জনাই মাত লগায়, "অ' ৰূপক ককাইদেউ।"

"ভাল নে?"

"ভালেই ককাইদেউ।"

"তোমালোকক দেখিলে যুগৰ কবিতা লিখিবলৈ মন যায়, তোমালোক সঁচাকৈয়ে যুগৰ মানুহ।"

ৰূপকৰ কথাত দুয়ো মনত কিবা এটা ৰং পাই হাঁহে।

শ্ৰৱণে লেতেৰা কাপোৰ এখনেৰে হাত দুখন মচি টুল এখনত বহে।

"পিছে, কি সভা-সংস্কৃতি পাতি ফুৰা হ'ল?" শ্ৰৱণে হাঁহি মাৰি সোধে।

"আন কাম জানো কিবা আছে? শলিতা পুৰি শেষ হ'ল, এতিয়া জানো আকৌ বন্তি জ্বলাবলৈ আশা কৰিব পাৰি?"

কথাষাৰ কোৱাৰ লগে লগেই সুখ-দুখৰ এটি মিশ্ৰিত ভাব ৰূপকৰ অন্তৰত জাগি উঠে।



তাতে কিছু সময় কথা-বতৰা পাতি দুয়ো শ্ৰৱণ থকা কোঠাটোলৈ উঠি যায়।

দুই বন্ধুৰ মিলনত দুয়ো আনন্দিত, তথাপি অন্তৰত এটি নিভৃত কোণত ৰূপকে বেদনাৰ নিৰৱ সুৰ এটি যেন শুনে।

বহুত সময় দুয়োৰো অতিবাহিত হৈ যায়।

"তুমি পুনৰ বিয়া কৰোৱা ভাই; নহলে লিখিবলৈ, গাবলৈ, কৰলৈ বা অভিনয় কৰিবলৈ তুমি অনুপ্ৰেৰণা নাপাবা।" শ্ৰৱণে কৈ পেলায়।

"মোৰ সোণৰ সাগৰৰ যি সপোন আছিল, সেই সাগৰ যেতিয়া শুকাল, আকৌ জানো তাত মাণিক ওলাব?"

ৰূপকে শ্ৰৱণৰ মুখলৈ চাই প্ৰশ্ন কৰে।

"তোমালোক শিল্পী মানুহ, এখন সাগৰ হয়তো শুকাল, আন এখন সাগৰ তোমালোকে ৰচনা কৰিব পাৰা। শিল্পীৰ অসাধ্য কি আছে আৰু......"

শ্ৰৱণৰ কথা শেষ হোৱাৰ আগতেই ৰূপকে কৈ উঠে, "ৰচনা কৰিব পৰা যায় সঁচা, কিন্তু সেই ৰচনাৰ উৎস শ্ৰীশ্ৰীকলাৰতী যেতিয়া অন্তৰ্দ্ধান হয়, তেতিয়া আৰু কোনো সৃষ্টিৰেই আশা নাথাকে। তেতিয়া শিল্পী হৈ পৰে একোজনী বাঁজী গাই। তোমাৰ সংসাৰখনকেই এই বেলি পাতিব লাগে; নহলে......"

ৰূপকৰ কথাত বাধা দি শ্ৰৱণে কয়, "আমাৰ নিচিনা কাৰখানাত কাম কৰা বাজে মানুহৰ সংসাৰ হব নোৱাৰে ভাই। সমাজে জানো আমাক মানুহ বুলি গ্ৰহণ কৰিছে?"

"নিজৰ পৰিশ্ৰমেৰে নিজে জীয়াই থাকি আনকো জীয়াই ৰাখোঁতাসকল যদি মানুহ নহয়, তেন্তে আনৰ পৰিশ্ৰমৰ ফল শুহি খাই নিজে ওফন্দি উঠা, আনৰ শোক আৰু দুৰ্ভাগ্যৰ সুযোগ লৈ নিজৰ স্বাৰ্থ পূৰণ কৰা দস্যুহঁত মানুহ! এনে কথা নকবা।"

এনেতে বাহিৰৰ পৰা ৰণজিৎ আহি ক'লে, "ৰূপক ককাইদেউ, আপোনাৰ এখন টেলিগ্ৰাম আহিছে।"

আলোচনা সিমানতেই শেষ কৰি ছুয়ো ওলাই আহিল।

টেলিগ্ৰামখন আহিছে মেনেজাৰ মায়াৰাম বৰুৱাৰপৰা। বাগানত অতি সোনকালে কৃষ্টি-সভা এখন পতাৰ বাবে ৰূপকক মাতি পঠাইছে।

টেলিগ্ৰামৰ কথাখিনি শুনিয়েই শ্ৰৱণে ক'লে, "এৰি পেলোৱা, এনেকৈ ঘূৰি ফুৰিলে প্ৰকৃত কাম নহয়। ঘৰ-সংসাৰ কৰি কিছু দিন তেজপুৰতেই বহা। বিশৃঙ্খল হৈ থকা গীত-কাব্য আদি পৰিপাটি কৰা। গল্প, নাট, কৃষ্টি-কথা ইত্যাদি প্ৰকাশৰ ব্যৱস্থাৰ বাবে যত্ন কৰা। তাৰ উপৰিও তোমাৰ যিবিলাক আধৰুৱা লিখা আছে, সেইবোৰ পূৰ্ণ কৰা আৰু অপূৰ্ণ হৈ পৰি থকা তোমাৰ হাতৰ সেই অনুপম চিত্ৰবিলাক পূৰ্ণ কৰা। দেশে এটা বস্তু পাব।"

শ্ৰৱণৰ কথাৰ কি এটি উত্তৰ দিব নিদিব ভাবোঁতেই শ্ৰৱণে কবলৈ ধৰে—

"স্থায়ী অৱদান এটা সমাজক দিব পাৰিলেহে, শিল্পীৰ পৰিশ্ৰম সাৰ্থক হয়। সেয়েই কৈছোঁ, ঘূৰি ফুৰিবলৈ আৰু বাদ দিয়া।"

"মইতো নিজে ঘূৰি নুফুৰোঁ, কিন্তু সমাজ-শক্তিয়ে মোক টানি লৈ যায়। সমাজৰ মৰম মই কেনেকৈ নেওচা দিম?" বিনয়ৰ সুৰত ৰূপকে কয়।

"সমাজ! যেতিয়া নবৌৰ অসুখ হৈছিল, অভাৱত যেতিয়া তুমি ভাল চিকিৎসা কৰিব পৰা নাছিলা, তেতিয়া তোমাৰ সমাজ ক'লৈ গৈছিল?" শেষৰ কথাকেটা শ্ৰৱণৰ মুখৰপৰা ডাঙৰকৈ ওলায়।

"কিয়, বৰুৱাই জানো এশ টকা পঠোৱা নাছিল? সেয়েই সমাজৰ আদৰ। নহলেও, কোনো কথা নাছিল। শিল্পীয়ে সমাজক দিবলৈহে বিচাৰে, লবলৈ নিবিচাৰে। শিল্পী সদায় দাতাহে।"

ৰূপকক সমৰ্থন নকৰি শ্ৰৱণে কয়, "থোৱা, থোৱা, তোমালোকৰ



এইবোৰ ভাষা-জালৰ মায়া-মন্ত্ৰবোৰ। এই মন্ত্ৰৰ দ্বাৰাতো তোমালোকে আনক আহুদি কৰা।"

"সোণৰ সাগৰত সপোন সাজি যেতিয়া শিল্পীয়ে আনক আহুদি কৰে, তেতিয়া সেই অসীম সাগৰ উপচি পৰে বিচিত্ৰ মণি-মুকুতাৰে আৰু সেই মণি-মুকুতা গচকি সাগৰৰ বুকুত জয়-যাত্ৰা আৰম্ভ কৰে মানৱ শিল্পীয়ে। কদৰ্য্য-দানৱক ভস্মীভূত কৰি মানুহে আদৰি আনে মহান সুন্দৰক। মানুহ হয় প্ৰকৃত মানুহ।"

আৱেগেৰে নাটকীয় ভঙ্গিমাত কোৱা ৰূপকৰ কথাষাৰি শ্ৰৱণৰ মনত ভাল লাগিলেও, সমৰ্থন নকৰা যেন দেখুৱাই শ্ৰৱণে গোমোঠা মাৰি বহি থাকে, লগে লগে তেওঁৰ চকুৰ আগত ভাহি উঠে সাবিত্ৰীৰ মৰম লগা মুখখনি। মণি-মুকুতা গচকি সাগৰ পাৰ হৈ সুন্দৰ সাবিত্ৰীক পায়ো যেন হেৰুৱাই আহিছে। প্ৰাণটোৱে তেওঁৰ চিঞৰি উঠে 'সাবিত্ৰী' 'সাবিত্ৰী'কৈ।

ৰূপকৰ অন্তৰত কবিতাৰ সৃষ্টি হয়—

সোণৰ সাগৰ পোহৰ কৰা
সুন্দৰ শলিতা মোৰ······

* * * *

—চৈধ্য—

লক্ষ্মণ বুঢ়াৰ হত্যাৰ অপৰাধতে বিচাৰত বুধুৱা মুণ্ডা, বৰুন্দা তান্তি আৰু কানাই নায়ক এই তিনিজনৰ আঠ বছৰকৈ সশ্ৰম কাৰাদণ্ড হ'ল। চাতুৱা যোগী আৰু দণ্ডো মুণ্ডাক 'বেনিফিট্‌ অব্‌ ডাউট'ত খালাচ দিলে। দোষী-নিৰ্দ্দোষী যিয়েই নহওক, বাগানতো এটি সুস্থিৰ আবহাওৱা সৃষ্টি হোৱাত ই সহায় কৰিলে।

মেনেজাৰ বৰুৱা প্ৰথমতে কিছুদিন মেৰীৰ ওচৰলৈ অহা নাছিল, কিন্তু পিছলৈ যেতিয়া ঘৈণীয়েকৰ ব্যৱহাৰ বেয়া হৈ আহিল, তেতিয়া তেওঁ মনটো পাতলাবলৈ গোপনে মেৰীৰ কাষ চপা হ'ল। বৰুৱাৰ-পৰাই মেৰীয়ে অমিয়াৰ দুই-এটি কথা জানিবও পাৰিলে।

বৰুৱানীৰ মানসিক বিকাৰৰ গম পাই অধ্যাপক ভূঞায়ো বাগানলৈ অহাটো একেবাৰে কমাই দিলে।

দৃষ্টাৰ বিয়াৰ প্ৰস্তাৱ এটা ককাদেউতাকে চলাইছিল যদিও একো খাটাং সিদ্ধান্ত হৈ উঠা নাই। কাৰণ পাত্ৰী নেদেখাকৈ পাত্ৰজনে বিয়াত মত দিবলৈ হেনো ৰাজী হোৱা নাই। ইপিনে বৰুৱায়ো বা তেওঁৰ পৰিবাৰেও ছোৱালীজনীক যোৰহাটলৈ নিবলৈকে নানা আহুকাল! সাতে-সতৰে, বিয়াখন হব পৰা নাই। ককাদেউতাকে কিন্তু চিঠি দিছিল নাতিনীয়েকক এবাৰ লৈ যাবৰ বাবে।

বাগানৰ কৃষ্টি-সভালৈ ৰূপক গৈছিল। ঠিক সেই সময়তেই দৃষ্টাও তালৈ যায়। বিভিন্ন জাতি-উপজাতিৰ কৃষ্টি-কলাৰ প্ৰদৰ্শন কৰা হয়। সকলোবিলাকতেই ৰূপকে দিহা-পৰামৰ্শ বা নিৰ্দ্দেশ দিব লগা হৈছিল। মাকৰ বৰ হাবিলাষৰ বাবে অলপ সময়ৰ ভিতৰতে দৃষ্টাই এটি নাচ ৰূপকৰপৰা শিকি প্ৰদৰ্শন কৰিছিল। তাইৰ মুদ্ৰা-ভঙ্গী, ভাব প্ৰকাশ আৰু লয়লাসৰ বাবে ৰূপকে মাকৰ আগত



তাইৰ প্ৰশংসা কৰিছিল। এই অনুষ্ঠানটিৰ বাবে ৰূপকে তিনিদিন বাগানত থাকিব লগা হৈছিল। এই তিনি নিশাৰ ভিতৰত মিচেচ বৰুৱাই দুদিনেই সেই গতানুগতিক অমঙ্গলীয়া সপোনবোৰ দেখি অস্থিৰ হৈছিল। দৃষ্টাক নাচ শিকাই থকাৰ সময়ত অমিয়াই তীব্ৰ-ভাৱে ৰূপকৰ পিনে চোৱা তেওঁৰ চকুত পৰিছিল।

সেই কেইদিনৰ ভিতৰতে ৰামুৰ নাতিনী ফুলতাৰা আৰু মেৰীয়ে ৰূপকৰ্ক লগ পাবলৈ আহিছিল। লোক-নৃত্যত দুয়োৰো দক্ষতা ৰূপকে দেখিছিল আৰু দুয়োৰো শৰীৰৰ নৃত্য-সুলভ গঠন দেখি ৰূপকে ভাল পাইছিল।

এইবোৰ পাৰ হৈ যোৱাৰ পিছতেই এদিন অমিয়াৰ কিবা অসুখ হৈ বিচনাত পৰিল। ঠিক এনে সময়তেই ককাদেউতাকৰ পৰা বিয়াৰ সম্পৰ্কত দৃষ্টাক লৈ যাবলৈ কোৱা চিঠি আহিছিল কিন্তু মাকৰ অসুখৰ বাবে দৃষ্টা যাব নোৱাৰা হ'ল।

অমিয়াৰ নতুন উপসৰ্গ ই দেখা দিলে। আগতে সপোন দেখিহে চিঞৰিছিল। এতিয়া তেওঁ নিজৰ বুকুখন নিজেই মাজে-সময়ে এনেকৈ আঁচুৰিব ধৰে যে শেষত নখৰ আঁচোৰ লাগি তেজ ওলাই যাব ধৰিলে। বাগানৰ ডাক্তৰে একো ধৰিব নোৱাৰিলে। মাথোঁ ক্ৰিমিৰ পৰা কিবা হোৱা বুলি ভাবি শৌচ পৰীক্ষা কৰি ডিচেন্ত্ৰিৰহে কিছু দোষ পালে।

দৃষ্টা পুনৰ তেজপুৰলৈ গুচি গ'ল। বৰুৱাৰ মনটো বৰ সুদা সুদা লাগি পৰিল। ইপিনে ঘৈণীয়েকৰ পৰাও তেওঁ সুখ-শান্তি একো নোপোৱা হ'ল।

এদিন সন্ধিয়াৰ পিছত তেওঁ মেৰীৰ ঘৰত সোমাল। সিদিনা ফুলতাৰাও সন্ধিয়াৰ আগে আগে তালৈ ফুৰিবলৈ গৈছিল। সোমাই গৈয়ে ফুলতাৰাক দেখি বৰুৱাৰ বৰ খং উঠিল, কিন্তু মুখেৰে একো নামাতি কিছু সময় বহি থাকিল। ফুলতাৰাৰ আগৰ কথা মনত পৰাত অলপ ভয় লাগিল আৰু মেৰীক মাত দি যাবলৈ ওলাল।

"চাহাবক চালাম দি যাবি।" মেৰীয়ে তাইক ক'লে।

"চালাম চাহাব।"

"কোন ?"

"ফুলতাৰা, চাহাব !"

"অ'। পিছে গোস্বামী উকীল আহিছিল নে নাই ? ৰাজনীতিৰ নামত অনীতি চলিছে নহয় ?"

মেনেজাৰৰ কথাত তাই বৰ ভয় খালে। তাইৰ অণ্ঠ-কণ্ঠ শুকাই মাত যেন হেৰাল।

মেৰীয়ে কৈ উঠিল, "মাফ কৰিব চাহাব, আমাৰ কুলী তিৰোতা-বোৰ একেবাৰে বুৰ্ব্বক, ইহঁতে মানুহ চিনি নাপায়। ফুলতাৰা তই যা।"

তাই গুচি গ'ল। তাই যোৱাৰ পিনে বৰুৱাই কেঁৰাহিকৈ চালে আৰু খন্তেক পিছতেই মেৰী তেওঁৰ গাতেই আউজি পৰিল।

"মোৰ সিজনী আৰু জীয়াই নাথাকে, তাই মৰিব, মৰক ; তাই মৰিলেহে মই শান্তি পাম।"

"অসুখ বেছি নে কি ?" মেৰীয়ে সোধে।

"বেছিও নহয়, কমো নহয়, কিন্তু তাইৰ যে মৃত্যু হব ই ধ্রুৱ।"

ইচ্‌, ইচ্‌, কৈ মেৰীয়ে দুখ প্ৰকাশ কৰি ক'লে, "মোক তেওঁ বৰ অপমান কৰিছিল। ইচ্ছা কৰিলে তেওঁক মই কুমন্ত্ৰ কৰি জীয়াই জীয়াই মাৰিব পাৰিলোঁহেঁতেন, কিন্তু আপোনালৈ চাই ক্ষমা কৰিছোঁ।"

"বৰ ভুল কৰিছা মেৰী, বৰ ভুল কৰিছা। তাই মৰা হলে মই মুক্তি পালোঁহেঁতেন।"

মেৰীয়ে এটি কৃত্ৰিম হাঁহি মাৰিলে।

তাই মনে মনে থকা দেখি বৰুৱাই সুধিলে, "মনে মনে থাকিলা যে ?"

"ভাবিছোঁ, চাহাব।"



"কি ?" বৰুৱাই তাইৰ মুখৰ পিনে চাই থাকে।

"মুক্তি পাব নে ? নাপায়। মুক্ত হবলৈ আপোনালোকৰ শক্তি নাই। থকা হলে মোৰ ওচৰলৈ এনেদৰে নাহিলহেঁতেন। আনৰ অন্যায় কৰাৰ যি শক্তি, সি প্ৰকৃততে শক্তি নহয়, নিজৰ আৰু আনৰো ন্যায় কৰাৰ যি শক্তি সিয়েহে প্ৰকৃত শক্তি।"

বনুৱা তিৰোতা এজনীৰ মুখত এনে কথা শুনি বৰুৱাই ভিতৰে ভিতৰে বৰ লাজ পালে ; কিন্তু তাৰ উচিত প্ৰত্যুত্তৰ দিব নোৱাৰি মাথোঁ মৰম কৰাৰ ভাব দেখুৱাই তাইক দুবাহুৰে টানি ধৰিলে।

ঘড়ীৰ মিনিটবোৰ পাৰ হৈ হৈ ঘণ্টা উকলি যায়।

বাগানৰ বুকুলৈ এন্ধাৰ নামি আহে। বৰুৱাই বঙলালৈ উভতি গৈ দেখে যে ঘৈণীয়েকে ঘৰৰ ভিতৰত শোৱা কোঠাৰ মাটিতেই বাগৰি বুকুখন আঁচুৰিব ধৰিছে। তেওঁ ঘৈণীয়েকক তুলি ধৰি বিচনালৈ নিবৰ যত্ন কৰিলে, কিন্তু কোনো মতে নোৱাৰি এবাৰ মাটিত থৈ পুনৰ জোৰেৰে তুলি ধৰি বিচনালৈ নিলে।

"অ-মি, অ-মি, কি হৈছে তোমাৰ ?"

এটি উদাস দৃষ্টিৰে অমিয়াই বৰুৱাৰ পিনে চালে, দৃষ্টি প্ৰায় বলিয়া মানুহৰ।

তেনেকৈ চাই থাকোঁতে থাকোঁতেই অমিয়াৰ পুনৰ চকু পতা জাপ খাই আহিল, হাত-ভৰিবোৰ লাহে লাহে অৱশ হৈ পৰিল।

বৰুৱাই বহি বহি আকাশ-পাতাল ভাবিলে। ৰাতি ভালকৈ টোপনি নাহিল।

পিছ দিনা ৰাতিপুৱা কামজাৰি প্ৰদৰ্শন কৰিবলৈ গৈ বাগানত ঘূৰিলে। কেইজনীমান বনুৱা-তিৰোতাই দূৰৈৰপৰা তেওঁক দেখি পৰস্পৰে কিবাকিবি কোৱা যেন পালে। তেওঁ ভাবিলে, সিহঁতে তেওঁৰ পৰিবাৰৰ বেমাৰৰ কথা নাইবা মেৰীৰ লগত থকা তেওঁৰ সম্পৰ্কৰ কথা হৈছে। তেওঁ একো নমতাকৈ পোনে পোনে গুচি গ'ল। তেওঁক দেখি সকলোৱে নিজ নিজ কামত মন দিলে।

## —পোষ্কৰ—

চ'ত মাহ। বতৰ বৰ খৰাং। বতাহত উৰা শুকান ধূলি-বালিয়ে তেজপুৰ নগৰক ধোঁৱা-কোঁৱা কৰাৰ উপক্ৰম।

এদিনং দেওবৰীয়া সন্ধিয়া হঠাতেই এজাক বৰষুণ আহিল।

ৰূপক আৰু শ্ৰৱণ একেলগে বজাৰৰ মাজেদি ওলাই পাৰ্কৰ কাষেদি কছাৰী গাঁও অভিমুখে গৈ আছিল।

বাটতেই বৰষুণজাকে পালে।

"দৌৰা, সৌ জয়ৰাম দাসৰ ঘৰতে সোমাওঁ।"

কৈয়ে শ্ৰৱণে দৌৰ মাৰিলেই।

ৰূপকে বেগাবেগিকৈ তেওঁৰ পিছ ললে। চেণ্ডেলযোৰে কাপোৰ নষ্ট কৰিব বুলি ভাবি নোদৌৰিলে, কিন্তু বেগাই গৈয়েই শ্ৰৱণৰ কিছু পাছতেই দাসৰ ঘৰৰ বাৰাণ্ডা পালেগৈ।

"ককাইদেউ, আছে নে ?" শ্ৰৱণে মাত লগালে।

ছোৱালী দুজনী ওলাই আহিল।

"অ' খুৰাদেউ, আহক আহক।"

তেওঁলোক দুয়ো মূৰৰ পানী আৰু মুখৰ ঘাম একেলগে মচিলে।

"গা ঘামি গৈছে, বেগাই খোজকঢ়া অভ্যাস নোহোৱা হ'ল।" ৰূপকে ক'লে।

"জুনু, তেওঁক এখন বিচনী আনি দিয়া।"

ৰুণুৱে লেম্পটো অলপ জ্বলাই দি সুধিলে, "ক'ৰপৰা আহিলে ?"

"আহিছোঁ ঘৰৰপৰাই। পিছে সত্য ককায়েৰাই যে বি-এ'ত প্ৰথম শ্ৰেণীৰ সন্মান পাই পাছ কৰিলে, তাৰেই মিঠাই খাবলৈ অহা বুলি নবৌৰ আগত ক' গৈ যা।"

শ্ৰৱণৰ কথাত ৰুণু হাঁহি এটি মাৰি ভিতৰলৈ সোমাই গ'ল।



মাক ওলাই আহিল।

"অ' এখেতো আহিছে। (ৰূপকৰ পিনে চাই ক'লে)। বহক, দেউতাক আজি ৰাতিপুৱা মিছামাৰীৰ পিনে গৈছে। ৰাতিৰ ট্ৰেইনতহে আহি পাব।"

"সত্য গুৱাহাটীলৈ গ'ল নে কি ?" শ্ৰৱণে সোধে।

"নাই যোৱা। টকাই যোগাৰ হোৱা নাই। মিছামাৰীত অলপ খেতিৰ মাটি লৈছিল নহয়, তাৰেই এবিঘামান বিক্ৰি কৰোঁ বুলি ভাবিহে আজি সেই পিনে গ'ল।"

"হয় নে কি ?" ৰূপকে লাহেকৈ সোধে।

"নবৌ, আপোনাক আৰু আমনি নকৰোঁ দেই। দাদা আহিলে, আমি দুয়ো সোমোৱা বুলি কব।" শ্ৰৱণে ক'লে।

"ৰবা, এখেতক এনেয়ে পঠাম নে ?"

তেওঁ ভিতৰ সোমাই গ'ল।

এনে দৰেই কথা-বতৰা পাতি তামোল-ছালি খাই দুয়ো গুচি আহিল।

বাটে বাটে জয়ৰাম দাসৰ কথাকেই লাহে লাহে কোৱা-কুই কৰি আহিল; কেনেকৈ বেচেৰাই সাধাৰণ কেৰাণী কাম কৰি দুখ-কষ্টৰ মাজেদি ল'ৰা-ছোৱালী কেইটিক শিক্ষা দি গঢ়ি তুলিছে।

গৈ গৈ দুয়ো কাৰখানা পালেগৈ।

তাতেই অলপ দুয়ো বহিল।

শ্ৰৱণে মায়াৰাম বৰুৱাৰ কথা উলিয়ালে। ক'লে, "মানুহজন ঘৈণীয়েকজনীক লৈয়ে একেবাৰে মৰি গৈছে। বেমাৰো ডাক্তৰে ধৰিব নোৱাৰা কিবা মানসিক বিকাৰ। ডাঙৰ ছোৱালীজনীও ঢুকাল। সৰুজনীও হেনো শাসনৰ বাহিৰ হৈছে।"

শ্ৰৱণৰ কথাবিলাক শুনি ৰূপকে ক'লে, "বেচেৰা মানুহজন কিন্তু কৃষ্টি-কলাৰ বৰ অনুৰক্ত। বাগানতেই এটি কলা-ভৱনৰ কাম আৰম্ভ কৰাইছে। ঘৰটোৰ মডেল আঁকি ময়েই দিলোঁ। সমাজৰ কাম

কৰিব পাৰিলেহেঁতেন, কিন্তু ঘৰুৱা অশান্তিয়ে তেওঁক পঙ্গু কৰি পেলাইছে।"

"সঁচাকৈয়ে ভাই, বিয়া সহজ কথা নহয়। এই ক্ষেত্ৰত বোধহয় সৎ শিক্ষা পোৱা গৰিবৰ ঘৰৰ ছোৱালীয়েই শ্ৰেষ্ঠ।" কথাষাৰ কোৱাৰ লগে লগেই শ্ৰৱণে অতি সাধাৰণ ঘৰৰ ছোৱালী সাৱিত্ৰীৰ কথা ভাবে।

দুয়ো দুয়োকো সন্দেহ কৰে। ঘৈণীয়েকৰ আকৌ সন্দেহৰ মাত্ৰা বেছি। অলপ সময়ৰ ভিতৰতেই মই যিটো বুজিছোঁ, "মানুহজনীক বিকৃত যৌন-ক্ষুধাই হায়ৰাণ কৰি তুলিছে। বকৰাৰপৰা যিটো জানিব পাৰিলোঁ, তেওঁ দেখা সপোন এটিৰ তাৎপৰ্য্য অপূৰ্ণ যৌন বাসনাৰ বাহিৰে অইন একো নহয় যেন লাগিল। তেওঁকতো সেইবিলাক কব নোৱাৰি। ভাল নালাগে।"

এৰা, শ্ৰৱণে চিন্তা কৰি কয়।

"মানুহজন কিন্তু বৰ দৰদী স্বভাৱৰ। সোণৰ বেমাৰৰ সময়ত নিজেই মোলৈ এশ টকা পঠাই দিছিল।"

"উঁ" বুলি শ্ৰৱণে অন্তৰেদি বৰুৱাৰ শলাগ লয়।

এই দৰে অলপ পৰ কথা-বতৰা পাতি দুয়ো এৰা-এৰি হয়।

বৰষুণ যোৱাৰ পিছত আকাশখন নিৰ্ম্মল হৈ পৰে। পূৰ্ণিমাৰ দিনলৈ আগবঢ়া জোনটিৰ পোহৰে পৃথিৱী পোহৰ কৰে।

ৰূপকে খাই উঠি কোঠাটোৰ ভিতৰত বিচনাত দীঘল দি হাতে-লিখা অৱস্থাত থকা কাব্য এখনৰ পাত লুটিয়ায়। দুই এটি শব্দ কটা-কটি কৰে। বহুত ভাবেই তেওঁৰ মনৰ মাজলৈ আহে।

পিছতেই টোপনি যায়।

দুদিন পিছত এদিন সন্ধিয়া সময়ত শ্ৰৱণে চুৰিয়া-চোলাযোৰ পিন্ধি সাৱিত্ৰীহঁতৰ ঘৰলৈ যায়। তাইৰ ককাদেউতাক তেতিয়াও শয্যাগত। শ্ৰৱণ অহা-যোৱা কৰাত সিহঁতৰ ঘৰত আজিকালি একো বাধা নাই। সকলোৱে ধৰি লৈছে যে সিহঁতৰ অতি সোনকালে বিয়া হৈ যাব।



হনুমান বুঢ়াই ভাবি আছে যে এটি সন্তান জন্মাৰ পিছতেই দুয়োৰো বিয়া পাতি দিব। সাৱিত্ৰীৰ মাকে কিন্তু কিবা এটি আশা-নিৰাশাৰ মাজতেই যেন আছে।

শ্ৰৱণ সোমাই গ'ল সাৱিত্ৰীৰ কোঠাটোলৈ। সাৱিত্ৰী বাহিৰত কিবা কাম কৰি আছিল। তাইৰ মাকে শ্ৰৱণক দেখি অলপ লাজ ভাব দেখুৱাই মূৰত কাপোৰখন ললে। বুঢ়া বিচনাতেই। তেওঁৰ কাহৰহে শব্দ শুনা গ'ল।

সুন্দৰ হাঁহি এটি লৈ সাৱিত্ৰী কোঠাটোলৈ সোমাই আহিল। এটা সৰু লেমে কোঠাটো পোহৰ কৰি আছিল।

"সাৱিত্ৰী।"

"বহুত দিন অহা নাই দেখোঁ?"

"মোৰ মন বৰ ভাল নহয় হে। মাজে সময়ে দেহ আৰু মনলৈ বৰ দুৰ্ব্বলতা আহে। কিবা বেমাৰ হৈছে যেন পাইছোঁ।"

শ্ৰৱণে সাৱিত্ৰীৰ মুখৰ পিনে চাই থাকে, সাৱিত্ৰীয়েও একেথৰে চায়। কিমান সময় পাৰ হয় দুয়ো কব নোৱাৰে।

সাৱিত্ৰীৰ চকু চল্‌চলীয়া হৈ আহে। শাৰীৰ আঁচলেৰে চকু দুটা লৰালৰিকৈ মচি পেলায়।

শ্ৰৱণে উঠি গৈ তাইক হাতত ধৰি নিজৰ কাষলৈ আনে। তাই একো বাধা নিদিয়ে···।

···নিৰৱতাৰ মাজেদি বহু সময় পাৰ হয়···।

"এনেকৈ আৰু কিমান দিন চলিব? আপুনি কিয় আপোনাৰ দায়িত্ব পালন নকৰে?"

সাৱিত্ৰীৰ কথাৰ অৰ্থ শ্ৰৱণে বুজি পায়।

"সাৱিত্ৰী, তুমিতো নাজানা যে মোৰ জীৱনটোৱে কেনেকৈ তোমাৰ কাৰণে হাহাকাৰ কৰি ফুৰিছে।"

"কিয়? মই দেখোঁ আপোনাৰ কাৰণে অতি সহজ হৈ আছোঁ, তেন্তে···"

জোনটো মেঘ এচপৰাৰ মাজেদি নাচি-বাগি আকৌ নীল আকাশত ওলাই পৰে।

"সাৱিত্ৰী, মই যে তোমাক বিয়া কৰাম ই ধ্ৰুপ। কিন্তু সাৱিত্ৰী, এটা কথা—আজি কেইদিনমানৰ পৰা মোৰ গাটো দেখোঁ ভাল নহয়, ডিঙিটো কিবা বিষাই থাকে।"

শ্ৰৱণৰ মুখত এটি চিন্তাৰ প্ৰলেপ পৰে।

"তেনেহলে ডাক্তৰক নেদেখুৱাই কিয় ?" এটি আকুলতাৰে সাৱিত্ৰীয়ে কয়।

"ডাক্তৰৰ পৰামৰ্শ লৈছোঁ। তেওঁলোকে কেল্‌চিয়াম্ টেব্‌লেট খাবলৈ কৈছে, খাইছোঁ। কিন্তু এক্স্‌ৰে কৰিবলৈ ভয় লাগে। যদিহে মোৰ কেন্সাৰ হৈছে,—তেনেহলে জানিব পাৰিলে মোৰ মৃত্যু আৰু সোনকালে হব।"

কথাখিনি কৈ তেওঁ সাৱিত্ৰীক জোৰেৰে বুকুৰ মাজত সুমুৱাই লয়।

"আপুনি কিয় তেনে কথা কৈছে ? মোৰ চুলিকোছা চাওকচোন কিমান দীঘল। ইমান দীঘল চুলি থকা ছোৱালী কেতিয়াও বিধৱা নহয়।"

এটি উৎকট আশাৰে সাৱিত্ৰীয়ে কয়।

সৰল বিশ্বাসৰ বাবে শ্ৰৱণৰ সাৱিত্ৰীলৈ আৰু বেছি মায়া ওপজে।

"ঠিকেই সাৱিত্ৰী, তুমি মোৰ দেৱী, মোৰ জীৱন যাত্ৰাৰ পোহৰ, মোৰ ভুবাহুৰ শক্তি !"

জোনটিয়ে ছুয়োকো খিড়িকীৰে চাই চাই যেন আকাশ-পথত যাত্ৰা কৰে।

* * * *



## —ষোল—

দৃষ্টাই মিছামাৰীত থকা এজন সাধাৰণ মিলিটাৰী অফিচাৰৰ লগত তেজপুৰতেই লগ হৈ পলাই যাবলৈ যো-জা কৰোঁতেই শ্ৰৱণে জানিব পাৰি তৎক্ষণাৎ বাগানলৈ গৈ বৰুৱাক খবৰ দিলে। বৰুৱা লৰালৰিকৈ আহি পুলিচৰ সহায়ত কোনোমতে তাইক উদ্ধাৰ কৰি যোৰহাটলৈ লৈ গ'ল; আৰু ককাদেউতাকে বন্দৰস্ত কৰি থোৱা ল'ৰা এটিৰ লগত বিয়া দি পেলালে। ল'ৰাটো বি-এ পাছ আৰু সমবায়ৰ অফিচাৰ। বৰ সুন্দৰ ল'ৰা। সকলোৱে ক'লে দৰা-কইনা মিলি গৈছে বুলি। দৃষ্টাৰ মাক বিয়ালৈ যাব নোৱাৰিলে। তেওঁৰ অসুখ বেছি হৈ প্ৰায় ঘৰতেই থাকিবলগীয়া হৈছে।

অমিয়াৰ এতিয়া আগৰ মতি-গতি বদলি হৈছে। তেওঁ আজি-কালি পুৰুষ মানুহৰ সঙ্গ ভাল নাপায়। ইপিনে আকৌ হঠাতেই একোদিন পুৰুষ এজন নহলে তেওঁ যেন ৰব নোৱাৰা হয়। জেকবৰ চেহেৰাটো তেওঁৰ মনত পৰে। তেতিয়া তেওঁ মূৰটো বৰ গধুৰ যেন উপলব্ধি কৰি থিৰেৰে থাকিব নোৱাৰি বাগৰি পৰে। আগতে এনেকুৱা হলে বৰুৱাই তেওঁৰ যতন লৈছিল। আজিকালি এনেকুৱা হলে, বৰুৱাক কাষ চাপিবই নিদিয়ে। তেৰেঁা মনৰ বেজাৰতে আৰু খবৰকে নকৰে।

মাজতে এবাৰ অধ্যাপক ভূঞা আহোঁতে অমিয়াই এনে অস্বাভাৱিকভাৱে হাঁহি হাঁহি কথা কবলৈ ধৰিলে যে ভূঞাই তেওঁক পগলা হোৱা বুলিহে ভাবিলে। ছুই এটি অশ্লীল কথাও তেওঁ কৈ পেলালে। ভূঞাই মনতেই ঠিক কৰিলে যে ই যৌন বিকাৰৰ বাহিৰে অইন একোৱে নহয়…।

……মেনেজাৰ বৰুৱা এন্ধাৰৰ লগে লগেই মেৰীৰ পঁজাত সোমায় এটি অদম্য কামনা লৈ।

মেৰী বিচনাত। মুখত হাঁহি নাই, বিমৰ্ষ।

"কি হ'ল মেৰী ?"

"মোৰ গা বেয়া চাহাব। আপুনি আৰু ইয়ালৈ নাহিব।"

"কিয় ?"

"মোৰ গাত লেঠা।"

বৰুৱা চমক খাই উঠিল।

"উপায় ?"

"পাঁচশ টকা দিয়ক চাহাব, দাৱাই আছে।"

"তৎক্ষণাৎ পাবা, চিন্তা নকৰিবা মেৰী।"

বৰুৱা ওলাই আহে।

তেওঁ ওলাই যোৱাৰ পিছতেই মেৰীয়ে বিচনাৰপৰা উঠি বুঢ়ীজনীক মাতিলে, "বুঢ়ী মা-ৰে।"

"কি ৰে বেটী ?"

"তোৰ বুদ্ধি আচ্ছা আছেৰে। ৰুপীয়া জৰুৰ।"

বুঢ়ীয়ে খিল্খিল্কৈ হাঁহে।

"ৰুপীয়া মিলিলে এখানে আৰু নাথাকিবোৰে, দোনো চলিয়া যাব।"

এই বুঢ়ীজনীৰো চেহেৰাটো বৰ বেয়া হৈ গৈছে। বুঢ়ীৰ মাজে-মাজে পেটৰ অসুখ হয়। ইপিনে আকৌ মেৰীয়ে নজনাকৈ মেৰীৰ লোভ দেখুৱাই দুই এজন ডেকা-ল'ৰাৰ লগত বহি মদ খায়। ডেকাহঁতেও মেৰীৰ লোভত তাইক বেছিকৈ মদ খুৱাই দিয়ে।

এই দৰেই দিনৰ পিছত দিন যাবলৈ ধৰিলে।...

অমিয়া আৰু ভালৰ ফালে নাহিল। মানসিক বিকাৰৰ বাহিৰেও তেওঁৰ বাত বেমাৰে দেখা দিলে। ঘৰৰ ভিতৰতেই তেওঁ খোজ কাঢ়িবলৈ টান পোৱা হ'ল। তেওঁ হৈ পৰিল বৰুৱাৰ এটি ভালুকৰ সাঙী।

এনে ঘৰুৱা অশান্তিৰ কাৰণেই মেনেজাৰ বৰুৱাই বাগানৰ কামত নজৰ দিব নোৱাৰা হ'ল। তেওঁৰ মন ভাল নলগা হৈ পৰিল। আগতে



ঘৰত অশান্তি লাগিলে তেওঁ পোনে পোনে গৈ মেৰীৰ কাষ চাপিছিল; কিন্তু বুঢ়ীৰ বুদ্ধি শুনি মেৰীয়ে তেওঁক নানাভাৱে আহুকাল দিব ধৰিলে। ইতিমধ্যে বহুত টকা-পইচাও তাই বৰুৱাৰপৰা সৰকাই নিলে। আগতে কিন্তু তাই লাজতে টকা-পইচাৰ কথা নকৈছিল। বৰুৱাই নিজেই দুই-একুৰি টকা হাতত গুজি দি আহিছিল। আজি-কালি তাই এশ টকাৰ কমত হাতেৰেই ছুব নোখোজে।

ইপিনে ঘৈণীয়েকৰ অসুখ-বিসুখৰ বাবে বৰুৱাৰ খৰচ বহুত বাঢ়ি গৈছে। আন ফালেদি জীয়েকৰ বিয়াতো বহুত খৰচ হৈ গ'ল। সেই বিয়াখন যোৰহাটৰ এখন লেখত লবলগীয়া বিয়া হৈছিল।

বৰুৱাৰ মেৰীৰ প্ৰতিও ক্ৰমে বিৰক্তিৰ ভাব জন্মি আহিল। তেওঁ কুদনৰ হতুৱাই পুনৰ ফুলতাৰাৰ খবৰ কৰালে।

ইয়াৰ ভিতৰতেই এদিন ঘৈণীয়েকক ডাক্তৰ গুহৰ ওচৰলৈ পৰামৰ্শৰ বাবে পঠিয়াই দি ৰাতি ফুলতাৰাক বঙলালৈ লৈ আহিল। সিদিনা ৰাতি তেওঁ নিজৰ গালৈ নতুন যৌৱন ফিৰি অহা যেন পালে।

একেলগে কেবাদিনো বৰুৱা চাহাব মেৰীৰ তালৈ নোযোৱাত মেৰী এদিন ছেগ বুজি তেওঁক বঙলাতেই দেখা কৰিলে।

মেৰীক দেখাৰ লগে লগেই বৰুৱাৰ খঙে মূৰৰ চুলি পালেগৈ। আৰু কুদন চৰ্দ্দাৰৰ হতুৱাই তাইক গঁতিয়াই উলিয়াই দিলে। তাই মৰ্ম্মান্তিক অপমান পাই প্ৰতিশোধৰ প্ৰতিজ্ঞা লৈ বুঢ়ীৰ কাষ পালেগৈ।

অলপ দিনৰ ভিতৰতে মেৰীয়ে জানিব পাৰিলে যে চাহাবে ফুলতাৰাৰ লগত এটি নতুন প্ৰণয়ৰ অধ্যায় সূচনা কৰিছে। তাইৰ ঈৰ্ষা আৰু প্ৰতিশোধৰ ভাব তীব্ৰ হৈ পৰিল।

তাই পুনৰ বুঢ়ীৰ লগত আলচ কৰাত, সেই দিনাই সন্ধিয়া-সময়ত চাওঁৰা মুণ্ডাক লগ ধৰি সমস্ত কথা বিবৰি ক'লে।

চাওঁৰাই ভিতৰে ভিতৰে বহুত তন্ত্ৰ-মন্ত্ৰ, দৰৱ-দাৱাই আৰু বশীকৰণ প্ৰক্ৰিয়া বনুৱাৰ সমাজত চলাই থাকে। অতি বিশ্বাসী মানুহৰ লগতহে সি এইবোৰ চলায়।

চাওঁৰাই বুঢ়ীক দুটা ঔষধ দিলে, এটা ফোঁট আৰু আনটো দাৰাই। ফোঁটে কৰিব বশীকৰণ আৰু দাৰায়ে মানুহজনক তিল তিলকৈ বধ কৰিব। যিদিনা মেৰীৰ ৰজস্বলা হব, তাৰ পিছ দিনাই তাই এই ৰঙা গুড়িখিনি তাইৰ ৰক্তেৰে বাঁওহাতৰ কেঞা-আঙুলিৰে সানি কপালত ফোঁট লৈ আৰু খোপাত ফেঁচাৰ পাখি পাঁচোটা খুহি লৈ মেনেজাৰৰ সমুখত থিয় হব। চৌবিশ ঘণ্টাৰ ভিতৰত মেনেজাৰ নিজে নিজেই গৈ তাইৰ ওচৰত আত্মসমৰ্পণ কৰিব। তেতিয়া মদৰ লগত মিহলাই এই দাৰাই খুৱাই দিবা। প্ৰতিক্ৰিয়া হব—তিল তিলকৈ তাৰ মৃত্যু—অপমানৰ প্ৰতিশোধ।

চাওঁৰাৰ কথাখিনি শুনি বুঢ়ীয়ে সুধিলে, "দাৰাই ঠিক মতে প্ৰস্তুত কৰিছাতো ?"

আগতে এই বুঢ়ীও এইবিলাক কাৰ্য্য চলাইছিল, পিছে স্বামী-পো-জী সকলো মৰি শেষ হোৱাত দেৱীৰ কোপ হোৱা বুলি বিশ্বাস কৰি এৰি পেলাইছে।

"ঠিক আছেৰে বুঢ়ী। ইয়াত শগুণৰ বাজ্জি, ফেঁচাৰ নখ পোৰা ছাই, ধুঁতুৰাৰ শিপাৰ ৰস, বেলপাতৰ ৰস আৰু স্ত্ৰীৰ লোমৰ এশ ক্ষুদ্ৰ অংশ সকলো আছে। ক্ৰিয়া জৰুৰ।"

চাওঁৰাৰ কথা শুনি বুঢ়ীয়ে সোলা হাঁহি এটা মাৰি তাৰ কাণত কুচ্ ফুচাই কিবা কয়। দুয়ো হাঁহে।

বুঢ়ীয়ে চাওঁৰাক বিৰি এডাল কাপোৰৰ গাঁঠি খুলি উলিয়াই দিয়ে। নিজেও এডাল জ্বলাই হুপিবলৈ ধৰে। বুঢ়ীৰ কাহ উঠি যায়।

অলপ পিছতেই তাই ঘৰমুৱা হয়।

*   *   *   *



## —সোতৰ—

কোনেও জানিব নোৱাৰা মানুহৰ ভৱিষ্যতবিলাকে যেতিয়া বৰ্ত্তমানৰ ৰূপ লয়, তেতিয়া মানুহে অতীতৰ মধুৰ সপোন দেখে। বৰুৱা মেনেজাৰেও কামৰ ছুটীৰ পিছত হাতত এখন আলোচনী কাকত লৈ পাত লুটিয়াই লুটিয়াই অতীত জীৱনৰ পাতবোৰহে আচলতে লুটিয়াই আছিল।

......সেই তাহানিৰ কথাবোৰ। বিবাহিত জীৱন আৰম্ভ নৌ-কৰোঁতেই সেই কলা-কৃষ্টি-সাহিত্যৰ আ-আলোচনা, বিভিন্ন ঠাইৰ অলেখ বন্ধুৰ লগত হোৱা সঙ্গীত-নাট-মঞ্চ সজাৰ নানা পৰিকল্পনা, জীৱন-লগৰীৰ ৰূপ-গুণৰ ছয়া-ময়া ছবি, দেশ-সমাজ গঠনৰ হাবিলাষ, বন্ধুসকলৰ লগত চলাই থকা একাত্মবোধ ইত্যাদি কথা তেওঁৰ মনৰ মাজলৈ আহে।

তেতিয়া পশ্চিম আকাশত বেলি প্ৰায় বহোঁ বহোঁ হৈছে। গছৰ আগত ফাকু গুড়ি ছটিওৱাৰ নিচিনা ৰঙা ৰঙৰ ছিটিকনি উঠিছে।

এনে সময়তে হঠাতেই দেখোঁ মেৰী কেনেকৈ আহি তেওঁৰ সমুখত থিয় হ'ল, তেওঁ ধৰিবই নোৱাৰিলে। মেৰী অহা তেওঁ নেদেখিলে, মাথোঁ তাই থিয় হৈ থকাহে দেখা পালে। মুখত তাইৰ একো কথা নাই, কিন্তু মুখত হাঁহিৰ ৰেখা এটা বিৰিঙি উঠিছে।

তাইৰ কপালৰ ৰঙা বিয়লি থকা ফোঁটটো তেওঁৰ চকুত পৰিল। খোপাত কেইটামান কিবা চৰাইৰ পাখিও দেখা পালে। তেওঁৰ চমক লাগি গ'ল। অন্তৰৰ অন্তৰতম প্ৰদেশত কিবা থৌকি-বাথৌকি লাগিল। চকু দুটি যেন তাইৰ পৰা ঘূৰাব নোৱাৰা হৈ পৰিল, মুখৰ মাত হৰিল।

তাই খন্তেক সময়ৰ পিছতেই পিছ হুঁহকি গৈ বেগাই খোজ ললে।

বৰুৱাৰ এনে লাগিল যেন দৌৰ মাৰি গৈ তাইক থাপ মাৰি ধৰি আনিব।

এনেতে ভিতৰৰ পৰা ঘৈণীয়েকে মাত লগালে, "কোন সেয়া আহিছিল।" বৰুৱাৰ একো উত্তৰ নাই।

"কোন সেয়া?" বুলি বাহিৰলৈ ওলাই আহি কিছু আঁতৰি যোৱা মেৰীক চিনি পালে।

"মেৰী! কি হৈছে আপোনাৰ? সাধাৰণ বনুৱা তিৰোতা এজনীৰ কাৰণে আপুনি মান-সম্ভ্ৰম সকলো পৰিত্যাগ কৰিলে যেন পাইছোঁ।" খঙতে ঘৈণীয়েকে কবলৈ ধৰিলে।

বৰুৱাই মূৰটো ঘূৰা যেন পালে। তেওঁ ঘৈণীয়েকৰ কথাৰ উত্তৰ দিবলৈ নৌ-পাওঁতেই ঘৈণীয়েকে পুনৰ কবলৈ ধৰিলে, "কি হ'ল আপোনাৰ? কিয় মুখ বন্ধ হ'ল? মই আজি কাকো ক্ষমা নকৰোঁ। ঐ কুদন, কুদন, কুদন।" তেওঁ ডাঙৰকৈ চিঞৰি কুদনক মাতিলে। সি দৌৰি আহিল।

"মেম চাহেবা।"

"ঐ, সেইজনী মেৰী, তাইক তৎক্ষণাৎ মোৰ ওচৰলৈ ধৰি লৈ আহ।"

কুদন দৌৰ মাৰিলে। কুদন দৌৰি যোৱা দেখিয়েই মেৰীয়ে গতি বিষম দেখি তায়ো দৌৰিলে। কিন্তু দুৰ্জয় কুদনৰ দৌৰক তাই ক'ত পাৰে?

চৰ্দ্দাৰে শক্তিশালী বাহুৰে তাইক ধৰিলে। তাই চিঞৰিলে, খুব জোৰেৰে চিঞৰিব ধৰিলে।

মেৰীক বঙলালৈ দাঙি লৈ আহিল।

দূৰৰ পৰা বনুৱা মুনিহ-তিৰোতা সকলোৱে 'মাৰ-মাৰ', 'ধৰ্-ধৰ্' কৈ বঙলাৰ পিনে খেদি আহিল।



মেৰীক পোৱাৰ লগে লগেই মিচেচ বৰুৱাই তাইক কেইটামান চৰ সোধাই দিলে। মেৰীক মৰা দুই চাৰি বনুৱাই দূৰৰ পৰা দেখিলে।

চাৰিওপিনে এটি ভয়াবহ কোঢ়ালৰ ধ্বনি উঠিল।

মেৰীৰ বুঢ়ীজনীয়ে দৌৰি গৈ সকলোৰে আগ হৈ চিঞৰি ক'লে, "মেৰীৰ ওপৰত বলাৎকাৰ, মজদুৰৰ অপমান, প্ৰতিশোধ, প্ৰতিশোধ।"

এটি যেন বিকট, বীভৎস যম ডাকিনীৰ চিৎকাৰ।

বৰুৱাৰ আত্মচেতনা আহিল। মিচেচ বৰুৱাই দৌৰ মাৰি এটা কোঠা বন্ধ কৰি ভিতৰ সোমাল। কুদনে লাঠী এডাল লৈ জনতাক ৰোধ কৰিবলৈ প্ৰস্তুত হ'ল।

কেইজনমানে কুদনৰ পিনে চোঁচা ললে।

"আপুনি ভিতৰলৈ আহক, ভিতৰলৈ আহক।" ঘৈণীয়েকে বন্ধ কোঠাৰ পৰা মাতিব ধৰিলে।

বৰুৱাই কিন্তু তাতেই খন্তেক ৰহি থাকিল।

এনেতে তেওঁ দেখিলে, ফুলতাৰাই মানুহৰ মাজত সোমাই সিহঁতক কিবা বুজাবৰ চেষ্টা কৰিছে।

কিছুমানে আকৌ মেৰীক আগুৰি ধৰি কি ঘটনা হৈছে সুধি-পুছি বুজিবৰ চেষ্টা কৰিছে।

কেইজনমান উদ্ধত বনুৱাই কিন্তু মিছাকৈয়ে চিঞৰিব ধৰিলে আৰু বনুৱাসকলক উচটাবলৈ চেষ্টা কৰিলে।

কুদনৰ পিনে চোঁচা লোৱা কেইজনৰ সমুখলৈ ফুলতাৰা দৌৰ মাৰি আহি কবলৈ ধৰিলে, "জগৰা মত কৰোঁ। মেনেজাৰ চাহাবকো কুচ্ ভি দোষ নাহি। মেৰী বহুত দোষী আছে।"

মানুহ কেইজন ৰৈ গ'ল।

কুদনে চিঞৰিব ধৰিলে, "হাল্লা মত কৰোঁ, হুচিয়াৰ ৰহোঁ, হুচিয়াৰ ৰহোঁ।"

উন্মত্ত হৈ উঠিব খোজা জনতা কিছু সেমেকি ছেদেলি-ভেদেলি হ'ল।

তথাপিও অমিয়াই ভিতৰৰ পৰা কৈ থাকিল, "আপুনি আহক, অসভ্য কুলীহঁত বলিয়া হৈ পৰিছে। সিহঁত জঘন্য ভালুক। তুখন ভৰিৰে থিয় হব পৰা কদাকাৰ ভালুকৰ বাহিৰে সিহঁত একো নহয়।"

হৈ-চৈৰ মাজতে এজন বুঢ়া বনুৱাই ফুলতাৰাক সুধিলে, "কি হৈছিল ৰে ফুলতাৰা ?"

"কিছু হোৱা নাইৰে বাবা। ঐ যে মেৰী, তাই বৰ অহঙ্কাৰী। তাই মেম চাহেবাক বাণ মাৰিবৰ ষড়যন্ত্ৰ কৰিছিল। আমাৰ মেনেজাৰ চাহাব সত্যে সত্যে বৰলোক আছেৰে।"

ফুলতাৰাৰ কথা শুনি বুঢ়াজনে চিঞৰি উঠিল, "হাল্লা মত কৰোঁ-ৰে ভায়াচব। হাল্লা মত কৰোঁ। মেনেজাৰ চাহাবকো মাফিক দয়ালু চাহাব দোচোৰা বাগানমে কয়জন আছে ৰে ?"

বনুৱাসকলৰ নানা জনে নানা কথা কবলৈ ধৰিলে।

এজন ডেকা বনুৱাই কৈ উঠিল, "মেৰী বৰ বজ্জাৎ আছে। ঐ যে মেৰীৰ বুঢ়ী মা, ঐ ডাইনী আছে। তাই ঐ এক বছৰেৰ মধ্যে দহজন লোককে বাণ মাৰিয়া হত্যা কৰিছেৰে। মেৰীক বাগান থেকে তাৰিয়া দিতে লাগে। চলো, চলো, তাকে ধৰিয়া আনি।"

পুনৰ এটি হৈ-চৈৰ সৃষ্টি হ'ল।

বৰুৱাই ভিতৰলৈ সোমাই আহি ফোনটোৰ কাষত বহিল। যদি গণ্ডগোল সাম কাটে, তেনেহলে পুলিচক জনোৱাটো বৰ বেয়া কুথা হব আৰু বনুৱাৰ ওপৰত তেওঁৰ কোনো নিয়ন্ত্ৰণ নাই বুলি এটা গৰিহণাহে আহিব।

অমিয়াই কোঠাটোৰ ভিতৰতেই চট্‌ফটাই থাকিল।

বৰুৱাই আকৌ বাহিৰলৈ ওলাই আহিল। তেওঁ আহিয়েই কেইজনমান ডেকাই মেৰীক খেদি গৈ আক্ৰমণ কৰাৰ কথা আলোচনা কাণত পৰিল। চাৰিওপিনে তেওঁ চালে। ফুলতাৰা আৰু দশৰথ বুঢ়াই বহুত মানুহক বুজাই সাম্য কৰা দেখিলে।



এনেতে দেখিলে তুজন আদ-বয়সীয়া মানুহে মেৰীক চোঁচোৰাই টানি আনিছে।

"চাহাব, এইযে মেৰী, বদমাচ মেৰী। মেৰীকা বুঢ়ীমাকক হাম-লোক খুন কৰ দিয়া। ও বুঢ়ী ডাইনী আছে চাহাব।"

মেৰীক থেকেচা মাৰি মেনেজাৰ চাহাবৰ কাষত তুয়ো বহুৱাই দিলে।

"উস্ বেচেৰী বুঢ়ীজনী, তাইৰ কি খুন সাঙ্ঘাতিক ?" মেনেজাৰে সুধিলে।

"নহয় চাহাব, তাই বাচি আছে।"

"আৰু গোলমাল কৰিবৰ প্ৰয়োজন নাই। মেৰী এতিয়া ঘৰলৈ গৈ সুস্থিৰ হওক। বুঢ়ীকো হচ্‌পিটাললৈ পঠিয়াই দিয়াৰ ব্যৱস্থা কৰিব লাগে। আমাৰ বাগানত হাই-কাজিয়া হলে আমাৰ সকলোৰে বদনাম। প্ৰকৃত ডাইনী কোন আছে, আমি পিছত বিচাৰ কৰি শাস্তি বিহিম।"

মেনেজাৰৰ কথা শুনি সিহঁত তুজনৰ এজনে কৈ উঠিল, "নহয়ৰে চাহাব, এখনেই বিচাৰ কৰিবাৰ লাগে।"

মেনেজাৰে এটি কৃত্ৰিম হাঁহি মাৰি ক'লে, "নিশ্চয় বিচাৰ হব। কিন্তু মানুহবিলাক এতিয়া কিছু অস্থিৰ হৈ আছে। সকলো সুস্থিৰ হওক। আমি বিচাৰ কৰিম।"

ফুলতাৰা আগবাঢ়ি আহি কথাটো সমৰ্থন কৰাত আনসকল মনে মনে থাকিল। বৰুৱাই ফুলতাৰাৰ মুখলৈ চালে। মেৰীৰ মুখলৈ চাই আকৌ তেওঁৰ মনটো বেয়া লাগি গ'ল।

"মেৰীক যাবলৈ দিয়া।"

মেনেজাৰৰ কথাবাৰ শুনি মেৰীয়ে মনতেই লাজ পালে।

অমিয়াই লাহে লাহে তুৱাৰখন খুলি তাতেই থিয় হ'ল। তেওঁৰ ভয় কিছু সাম কাটি আহিছে।

মেৰীক এজনে থিয় কৰাই দিলে। তাই তল মূৰকৈ থাকিল।

"যোৱা, বস্তিলৈ যোৱা। সকলোৰে মাজত শান্তি আৰু প্ৰগতি অনাহে মালিক-বন্নুৱা সকলোৰে কৰ্ত্তব্য। যোৱা।"

মেনেজাৰৰ কথাষাৰ শুনি তলমূৰকৈ তাই লাহে লাহে খোজ ললে।

আন আন মানুহবিলাকেও লাহে লাহে ঘৰমুৱা হ'ল।

প্ৰকাণ্ড ধুমুহাৰ পাছত যেন প্ৰকৃতি সাম্য হ'ল। বৰুৱাই এটি স্বস্তিৰ নিশ্বাস পেলালে। কুদন আৰু অমিয়া তেওঁৰ কাষতেই থিয় হৈ থাকিল।

অলপ আঁতৰতে ফুলতাৰাই তেওঁলোকৰ পিনে চাই তাতেই নিমাত হৈ ৰ'ল।

—ওঠৰ—

বছৰৰ শেষ। চ'তৰ খৰাং বতৰ। মানুহে মনে-প্ৰাণে বৰষুণ বিচাৰি আছে। আকাশত ক'লা মেঘ উঠি ক্ষন্তেক পিছতেই আকৌ উৰি যায়।

এই দৰেই দিনবিলাক যায়। বৰুৱাৰ পৰিবাৰৰ মানসিক অসুখটো অলপো ভালৰ পিনে অহা নাই, বৰং আজিকালি তেওঁ ঘন ঘনকৈহে আক্ৰান্ত হৈছে আৰু দুটা এটা নতুন উপসৰ্গই দেখা দিছে। এতিয়া অসুখটো দেখা দিয়াৰ লগে লগেই তেওঁ কাপোৰ-কানি খুলি দলিয়াই পেলায়, য'তে ত'তেই বাগৰি পৰে, বুকু আঁকুহিবলৈ ধৰে ইত্যাদি। সপোনো দেখে মাজে মাজে— খুব ঠেক কোঠা এটাত অসংখ্য মুনিহ মানুহৰ মাজত তেওঁ সোমাই যায়। সেইবিলাকৰ মাজত যেন তেওঁ উশাহ লব নোৱাৰা হৈ পৰে। তেওঁ চিঞৰ মাৰি উঠে আৰু সাৰ পায়।



এদিন কুদন চৰ্দ্দাৰক তেওঁ দেখি থকা সপোনবিলাকৰ কথা কয়। কুদনে বস্তিৰ এজনৰ পৰা এটা তাবিজ মনে মনে আনি দিয়ে। আনে নেদেখাকৈ সেইটো নেক্‌লেচৰ লগতেই বুকুত আৰি থয়। কিন্তু কেইদিনমান পিছতেই সেইটোৰ একো গুণ নোহোৱা দেখি ছিঙি দলিয়াই পেলায়।

সিদিনাৰ বন্নুৱাৰ গণ্ডগোলৰ পৰা বৰুৱা মেনেজাৰ বৰ সচেতন হৈ পৰিছে। সন্ধিয়া আৰু এতিয়া তেওঁ কেনিও নোলায়। বঙলাতেই ৰেডিঅ'টো লগাই বহি থাকে। অমিয়াই তেওঁৰ কিছু পৰিবৰ্ত্তন দেখিবলৈ পায়। বৰুৱাই যেন তেওঁক বৰ ভাল পাই আহিব ধৰিছে, এনেহেন কেতিয়াবা উপলব্ধি কৰে। পিছ মুহূৰ্ত্ততেই আকৌ সন্দেহৰ ভাববোৰ বানপানীৰ ধলৰ দৰে আহিব ধৰে, লগে লগেই সন্তান এটিৰ বাবে তেওঁৰ মনটোৱে হাহাকাৰ কৰি উঠে। তেওঁ ডাঙৰ আয়নাখনৰ সমুখত গৈ বহে। নিজৰ মুখখন কিমান সময় চাই থাকে কব নোৱাৰে। কপালৰ ওপৰত এটি দুটি অস্পষ্ট ৰেখা তেওঁ আয়নাত দেখা যেন পায়।

তেওঁৰ বুকুখন চিৰিং কৈ কঁপি উঠে। তেন্তে তেওঁৰ যৌৱন আৰু যাওঁ যাওঁ।

আয়নাখনত আকৌ চাবলৈ ভয় খাই উঠে। চকু দুটা জোৰকৈ মুদি পেলায়।

এনেতে বৰুৱা সোমাই আহে।

"কি হৈছে তোমাৰ ?"

"মোৰ গাটো বৰ বেয়া। মূৰটো ঘূৰাইছে। মোক বিচনালৈ লৈ য'ক।"

"তোমাৰ······"

বৰুৱাই ঘৈণীয়েকক ধৰি আনি বিচনাত থয়। তেওঁ তাতেই দীঘল দি চকু দুটি জপাই থাকে।

বৰুৱাই বৰ হেপাহেৰে তেওঁৰ পিনে চাই থাকে।

মনতেই ভাবে,—এয়েই অমিয়া, যাক ভাল পাই, যাৰ লগত প্ৰণয়ৰ সাগৰত সাঁতুৰি-নাছুৰি তেওঁ পৃথিবী পাহৰি গৈছিল, যাক বুকুৰ মাজত লৈ সহস্ৰ সহস্ৰ সপোন তেওঁ ৰচনা কৰিছিল। বিয়া হৈ যোৱা এই কুৰিটি বছৰ কেনি যে উৰি গ'ল, তেওঁ কবই নোৱাৰিলে। তথাপিও কি কুক্ষণত কেনেকৈ যে তেওঁলোকৰ সংসাৰ-খনত আউল লাগি সকলোবোৰ আশা-আকাঙ্ক্ষা, দিঠক-সপোন সকলো চুৰ্ মাৰ হৈ গ'ল। দোষ কাৰ? তেওঁৰ নে অমিয়াৰ? তেওঁৰ সোণৰ সাগৰো শুকাল আৰু মাণিকো লুকাল।

চাপ্ৰাচীটোৱে চিঠি কেইখনমান দি যায়।

দৃষ্টাৰ চিঠি এখন তেওঁ আখৰতেই চিনি পাই প্ৰথমতেই সেইখন খুলিলে।

চিঠিখন পঢ়ি তেওঁ ঘৈণীয়েকক মাতিলে, "অমি, দৃষ্টাৰ চিঠি আহিছে।"

"চিঠি।"

তেওঁ ঘহমহ কৈ বিচনাত বহি পৰে।

"চিঠি? কাৰ?"

"দৃষ্টাৰ।"

"কি লিখিছে তাই?"

"ভালে আছে। বোধহয় অলপতে তাৰ পৰা বদলি হব পাৰে বুলি লিখিছে।"

"এবাৰ তেজপুৰলৈ আহিলে ভাল হয়।"

পিছ মুহূৰ্ত্ততেই অমিয়াই আকৌ কৈ পেলায়, "অৱশ্যে নাহিলেও ভাল। মোৰ অসুখটোৰ কথা জানিব নহয়, মই লাজ পাম।"

তেওঁ পুনৰ শুই পৰে।

আন এখন ৰূপকৰ চিঠি। আন আন কথাৰ লগতেই লিখিছে,—গোৱালপাৰাৰ পৰা ঘূৰি আহি আপোনাৰ খবৰ নাপাইহে লিখিলোঁ। আপোনাৰ তেখেতৰ শৰীৰ কেনে? শ্ৰৱণে ক'লে যে,



আপুনি হেনো বহুত দিন কাৰখানাৰ ফালে অহা নাই। অৱশ্যে গাড়ীৰ কিবা খতিখুণ হলেহে আহিব। অ' জয়ৰামৰ ল'ৰাটো এম-এত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈছে। সঁচাকৈয়ে বৰ আনন্দৰ কথা…।

আমি ইয়াত এটি কলা-ভৱন সজাৰ পৰিকল্পনা কৰিছোঁ। ইয়াক আমি সৰ্ব্ব-মানৱীয় ভিত্তিত গঢ়াৰ সপোন দেখিছোঁ।

"আৰু কাৰ চিঠি আহিছে?"

"শিল্পী বন্ধু ৰূপকৰ।"

ৰূপকৰ নাম শুনাৰ লগে লগেই অমিয়াৰ চকুৰ আগত ৰূপকৰ নৃত্য-ভঙ্গী কিছুমান ভাহি উঠিব ধৰিলে। দ্ৰষ্টাৰ পৰিবৰ্ত্তে তেওঁ যেন নিজেই সেই নাচবিলাকত অংশ গ্ৰহণ কৰিছে, এনে যেন লাগিল।

ক্ষন্তেকৰ ভিতৰতেই তেওঁৰ মানসিক বিকাৰবিলাকে দেখা দিব ধৰিলে। মেখেলা-চাদৰ সোলোকাই পেলালে, ব্লাউজটো টানি ছিৰি পেলালে।

বৰুৱাই তেওঁক ইপিনে সিপিনে টানি-আঁজুৰি সুস্থিৰ কৰিবলৈ বৃথা যত্ন কৰিলে। ব্ৰেচিয়াৰটোৰ বাহিৰে তেওঁৰ গাত আৰু একো নাথাকিল। গোটেই উন্মুক্ত শৰীৰটোৰ কিবা এটা আকৰ্ষণত বৰুৱা যেন অভিভূত হ'ল। "অমি, অমি" বুলি ঘৈণীয়েকক সাৱটি ধৰিলে।

এনে দৰেই কিছু সময় পাৰ হৈ গ'ল।

শেষত অমিয়াই বিচনাখন তিয়াই পেলালে, তেওঁৰ পেচাব হ'ল।

ইয়াৰ অলপ পিছতেই অমিয়াই কৰ্ম্ম-ক্লান্তৰ দৰে দীঘলকৈ উশাহ লব ধৰিলে। গাৰ কাপোৰবোৰ তেওঁ টানিবলৈ যত্ন কৰিলে। এখন পাতল চাদৰেৰে বৰুৱাই তেওঁৰ নিম্ন দেহ ঢাকি দিলে।

"অমি!"

"মোৰ গাটো বৰ দুৰ্ব্বল লাগিছে। মই আৰু বেছি দিন জীয়াই নাথাকিম।"

"এইবিলাক তুমি কিয় কৈছা? সৃষ্টা গ'ল, দৃষ্টাক বিয়া দিলোঁ আৰু এতিয়া তুমিও যদি যোৱা তেন্তে মই কি লৈ জীয়াই থাকিম?" অতি বেদনাৰে বৰুৱাই কয়।

অমিয়াই মুখেৰে নামাতি মনে মনে ভাবে নিজৰ কিবা এটা কথা। বিকাৰৰ পাছত তেওঁৰ কিন্তু একো কথা মনত নপৰে, মাথোঁ কিবা এটা হৈ যে তেওঁৰ পেচাব ওলাইছে, সেইটোহে তেওঁ পিছত কব পাৰে। কিন্তু কিবা এটা যে আগতে ঘটি যায়, সেই কথাটো তেওঁ ক্ষীণভাৱেহে কব পাৰে।

বৰুৱাই উপলব্ধি কৰে যে অমিয়াৰ লগত তেওঁৰ যিটো সুখ-আনন্দ, সেই সুখ-আনন্দ সঁচাকৈয়ে তেওঁ আনৰ লগত নাপায়। অমিয়াৰ প্ৰতি অজানিতে তেওঁৰ প্ৰীতি-ভাব এটি জন্মি আছে। মনোমালিন্যবিলাকৰ কথা তেওঁ পাহৰি যায়। অমিয়াৰ ওপৰত পোটক তোলাৰ ভাবত মেৰী বা ফুলতাৰাৰ লগত তেওঁ যিটো সম্পৰ্ক গঢ়ি তুলিছিল, সেইটো সঁচাকৈয়ে অনুচিত বুলি তেওঁ ভাবিবলৈ ধৰে।

মেৰীয়েবা সিদিনা তেওঁক কি কৰিবলৈ বিচাৰিছিল, তেওঁ আজিও একো বুজিব পৰা নাই। ফুলতাৰা, সঁচাকৈয়ে তাইৰ কিবা এটা মহত্ব আছে, নহলে এনে ধৰণৰ উন্মত্ত জনতা এটাক কেনেকৈ সুস্থিৰ কৰিব?

অমিয়া···মেৰী···ফুলতাৰা···তিনিওজনী তিনিটা ৰূপত তেওঁৰ চকুৰ আগত ভাহি উঠে।

অমিয়াই চকু দুটা মেলি বৰুৱাৰ মুখৰ পিনে চাই থাকে। বৰুৱায়ো সেই পিনে চাই ৰয়। দুয়োৰো ভাল লাগে। জীৱনৰ ভুলবোৰ আঁতৰাই তেওঁলোকে যেন পুনৰ প্ৰণয়ৰ সোণৰ সাগৰত সপোন ৰচি ৰচি সীমাহীন পাৰলৈ দুয়ো ভাহি ভাহি যাব, এনে ভাব হয়।

মেৰী, ফুলতাৰা আৰু তেওঁৰ লগত ক্ষন্তেকৰ কাৰণে হলেও



ঘটি উঠা সম্পৰ্ক আৰু আন আন কিছুমানৰ সোঁৱৰণী সমূহ তেওঁৰ অস্পষ্ট হৈ আছে।

কেইদিনমান পাৰ হৈ যায়।

বৰুৱাই অমিয়াৰ প্ৰকৃত চিকিৎসাৰ কথা ভাবে।

এজন ডাক্তৰে এদিন তেওঁক কৈছিল, কিছুদিনৰ বাবে মেণ্টাল-হচ্‌পিটালত থৈ দিয়ক।

মেণ্টাল-হচ্‌পিটালত থোৱা কথাটো বৰুৱাই মুঠেই পচন্দ নকৰে···।

দুদিন পিছৰ কথা।

মেনেজিং ডাইৰেক্টৰৰ হুকুমত বৰুৱাক মেনেজাৰ পদৰ পৰা সহকাৰী মেনেজাৰৰ পদলৈ ডিগ্ৰেড কৰি সোণামুখী বাগানলৈ বদলি কৰিছে।

সোণচিৰিৰ পৰা সোণামুখী!

বৰুৱাই কাম ইস্তফা দিয়াৰেই ঠিক কৰিলে।

খবৰটো পাই অমিয়াৰ মূৰ ঘূৰিল, তেওঁ বিচনাত দীঘল দিলে।

বদলিৰ খবৰটো লাহে লাহে বাগানত সকলোৱে জানিলে।

মেৰীৰ মনটো বৰ বেয়া লাগিল। বুঢ়ীৰ বুদ্ধি শুনি তেওঁৰ ওপৰত কুমন্ত্ৰ কৰিবলৈ ওলোৱা কথাটোত তাই নিজেই অনুতপ্ত হয়। এবাৰ তেওঁক লগ ধৰি ক্ষমা খুজিবলৈ মনটোৱে হাবিলাষ কৰে।

ফুলতাৰা অতি নিম্ন সমাজৰ হলেও তাইৰ অন্তৰখন সঁচাকৈয়ে ফুলৰ দৰেই। তাইৰ ভালপোৱা সদায় গভীৰ।

"ফুলতাৰা, মোৰ ইন্দ্ৰিয়-তৃপ্তিৰ বাবে নহয়, অৱহেলিত সমাজৰ বুকুৰ ধমনী উপলব্ধি কৰাৰ বাবেহে মই তোমাক এনেভাৱে আঁকোৱালি ধৰিছোঁ। সেই অনাদৃত সমাজৰ প্ৰাণ-কেন্দ্ৰ এটিক প্ৰাণেৰে মৰম কৰিবলৈ মই তোমাক এনেভাৱে চুমাবিলাক খাব ধৰিছোঁ।···।"

কথাবিলাক ফুলতাৰাৰো মনত পৰে, অন্তৰখন ভাঙো ভাঙো হয়, চকুৰে চকুলো বাগৰে···।

অমিয়াক লৈ বৰুৱাই গুৱাহাটীলৈ যোৱাৰেই ঠিক কৰে আৰু তাতেই গৈ ডাক্তৰৰ লগত পৰামৰ্শ হৈ অমিয়াৰ চিকিৎসাৰ ব্যৱস্থা কৰিব। আজি প্ৰায় দহ বছৰ আগতেই তেওঁ তাত কম দামতেই নগৰৰ পূব পিনে এবিঘা মাটি কিনি থৈছিল। তাৰে আধা বিঘা বিকি হলেও তেওঁ ঘৰ বন্ধা খৰচ কিছু উলিয়াব পাৰিব।

বাগান এৰিবৰ সাজু হৈ তেওঁ ইস্তফা-পত্ৰ পঠিয়াই দিলে। ইস্তফা দিয়া কথাটো যদিও অমিয়াই সমৰ্থন কৰা নাছিল, তথাপিও সহকাৰী মেনেজাৰ হোৱা কথাটো তেওঁ অপমান বোধ কৰি গুৱাহাটীলৈ গৈ কিবা এটা ব্যৱসায়কেই হাতত লোৱা ভাল বিবেচনা কৰিলে।

বাগানৰ ষ্টাফে চাহমেলেৰে তেওঁক বিদায় দিলে।

বনুৱা কিছুমানে দূৰৰ পৰাই চাই চাই বিৰহৰ হুমুনিয়াহ পেলালে। বৰুৱাই বনুৱাসকলক কোনো দিনাই হীন ব্যৱহাৰ কৰা নাই।

বৰুৱাৰ নীলা গাড়ীখন মেৰীৰ ঘৰৰ কাষেদিয়েই বঙলালৈ গ'ল। পদূলিলৈ ওলাই আহি মেৰীয়ে গাড়ীখন যোৱা চাই থাকিল। তাইৰ মনত বৰ বেজাৰ লাগিল। আগতে কিন্তু কোনো দিনা তাই ভাবিব পৰা নাছিল যে মেনেজাৰজনৰ বাবে তাইৰ মনত এদিন এনে বেদনাৰ সৃষ্টি হব। বুঢ়ীৰ লগত পৰি এনেবিলাক নকৰা হলে, হয়তো নিশ্চয় তেওঁ এবাৰ তাইৰ কাষ চাপিলেহেঁতেন, তাইক মৰম কৰিলেহেঁতেন, বক্‌চিচো দিলেহেঁতেন। তাইৰ অন্তৰখন ডেই-পুৰি গ'ল। তাতেই অলপ পৰ থিয় হৈ থাকি তাই ভিতৰ সোমায়······।

ফুলতাৰাক এবাৰ লগ পাবলৈ বৰুৱাৰ মনত বৰ হাবিলাষ হৈছিল, কিন্তু কিবা আকৌ পয়মাল ঘটে, এনে আশঙ্কা কৰি তেওঁ নিজকেই সংযত কৰিবলৈ যত্ন কৰিলে।

বৰুৱাই ঘৰলৈ আহি দেখে যে অমিয়াই বিবস্ত্ৰ হৈ চট্‌ফটাইছে।



তেওঁ ঘৈণীয়েকক সাৱটি ধৰি মূৰত বা' দিব ধৰিলে। চাদৰখন লাহেকৈ গাত পেলাই দিলে।

আকাশখন ক'লা পৰি আছিল আগৰ পৰাই।

বৰুৱাই অমিয়াৰ মুখখনলৈ চাই থাকিল।

অমিয়াৰ চঞ্চলতা লাহে লাহে থামি আহিল।

সিপিনে বাহিৰত বৰষুণ আৰম্ভ হৈছে, বতাহো মাৰিছে। মেল খাই থকা খিড়িকীৰ পৰ্দা বতাহে উৰুৱাব ধৰিলে, পানীৰ কণিকাও ছিটিকি ভিতৰলৈ আহিল।

কুদন ক'ৰবাৰপৰা আহি বাহিৰৰ পৰা খিড়িকীবিলাক মাৰি দিলে।

সো-সোকৈ বলা বতাহৰ শব্দ আৰু জিৰ্‌জিৰ্‌কৈ পৰা বৰষুণৰ টোপালবোৰ বৰুৱাৰ আজি ভাল লাগিল। বৰুৱাই উপলব্ধি কৰিলে যেন তেওঁলোক দুয়ো অভিসাৰৰ প্ৰেমিক-প্ৰেমিকা।

অমিয়াই চেতনা পাই চকু মেলি চাই দেখিলে যে বৰুৱাৰ কোলাতেই তেওঁৰ মূৰটো। এটি তৃপ্তিৰ ভাব তেওঁৰ মনলৈ আহিল। তেনেকৈয়ে যেন চিৰকাল তেওঁ একচেটিয়াভাৱে বৰুৱাৰ কোলাত মূৰ থৈ দিন কটাব, এনে এটা হাবিলাষ তেওঁৰ মনৰ মাজলৈ আহিল।

অমিয়াই বৰ দুৰ্ব্বলতাৰে ক'লে, "মই মৰিম বুলি আপোনাৰ ভয় হৈছে, এই ভয় যদি আপোনাৰ আগতেই আহিলহেঁতেন।"

আৰু যেন কিবা কব লগা আছিল, কিন্তু শৰীৰ আৰু মনৰ দুৰ্ব্বলতাৰ বাবে তেওঁ সিমানতেই ৰৈ গ'ল।

অমিয়াৰ কথা বৰুৱাৰ ভাল নালাগিল।

"অমি, মানুহৰ জীৱনত ভুলৰ শেষ নাই। ভুলে জীয়াতু ভোগায় সঁচা, কিন্তু ভুলেই মানুহৰ জীৱনৰ ৰাগিনীৰ উৎস। মই যদি কিবা ভুল কৰিছিলোঁ, তুমি যদি কিবা ভুল কৰিছিলা, তেন্তে সেই ভুল-বিলাক আৰু ভুল হৈ নাথাকে।"

অমিয়াই কিবা বুজিলে নে নাই, তালৈ তেওঁ মন নকৰিলে, কিন্তু নিজৰ মনৰ ভাবটো তেওঁ প্ৰকাশ কৰি কিছু যেন শান্তি লাভ কৰিলে।

অমিয়াই তেওঁৰ হাত এখনৰ আঙুলিবোৰ বৰুৱাৰ হাত এখনৰ আঙুলিবোৰৰ মাজেদি সোমাই দি নিৰৱ হৈ থাকে। এটি সন্তান লাভৰ আশাই তেওঁৰ মনৰ মাজত ভুমুকি মাৰি লাহে লাহে তীব্ৰ হৈ আহে। তেওঁ ডুবাৰমান বাগৰ সলায়। বৰুৱাই তেওঁৰ মূৰটোত আঙুলি বুলাই দি থাকে!

এনেতে বাহিৰত মানুহৰ শব্দ শুনা যেন লাগিল।

"কোন হেয়?"

"চাহাব ফুলতাৰাই আপোনাক মাত লগাবলৈ আহিছে। এটি হেনো চালাম দি তাই গুচি যাব।" কুদনে বাহিৰৰ পৰা ক'লে।

অমিয়া বিচনাত উঠি বহিল। ফুলতাৰাৰ কথা শুনি খঙত তেওঁৰ মুখখন ৰঙা পৰি উঠিল।

বৰুৱা বাহিৰলৈ ওলাই আহিল। পিছ মুহূৰ্ত্ততে ঘৈণীয়েকেও পিছ ললে।

"চালাম চাহাব।"

"ফুলতাৰা!" বৰুৱাই অস্বাভাৱিক সুৰত ক'লে।

"চালাম চাহাব। পদদলিত বনুৱালোকৰ চালাম লব চাহাব।"

বৰুৱাই তাইৰ মুখৰ পিনে চাই থাকিল।

অমিয়াই ওলাই আহি গোৰ্‌গোৰাই ক'লে, "এই ৰাতিখনহে মৰিবলৈ আহিছ? তহঁতৰ সাহস বাঢ়ি গৈছে। লাই পালে কুকুৰে মূৰলৈ জঁপিয়ায়।"

"মাফ কৰিব মেম চাহাব। শুনিলাম যে আপ্‌লোক কালি চলিয়া যাব। যাবাৰ সময় হয়তো কালি আমি কামজাৰিত যাব লাগিব।"

"হুঁ, মিছলীয়া চব।"

"কেন গালি পাৰে মেম চাহাব।" এই বুলি কৈ তাই বৰুৱাক সেৱা এটি কৰিলে।

সেৱা কৰি উঠিয়েই তাই আৰু তাত ৰৈ নাথাকি বস্তিলৈ বেগাই খোজ ললে।



ভোৰ্‌ভোৰাই ভিতৰ সোমাল অমিয়া।

বৰুৱা তাতেই খন্তেক থিয় হৈ ৰ'ল। কুদন আঁতৰি গৈ খৈনী মাৰিব ধৰিলে।

পিছ দিনাৰ কথা।

লুৰী এখনত তেওঁলোকৰ সমস্ত বয়-বস্তু ভৰাই নিজৰ সৰু মটৰখনতেই তুয়ো উঠিল।

কুদনৰ মনটো বৰ গহীন, চকু চল্‌চলীয়া।

বাগান এৰিবৰ সময়ত বৰুৱাৰো বুকুখন বৰকৈ ধপ্‌ধপালে।

শাৰী পাতি পাতি কামজাৰিলৈ ওলোৱা বনুৱা মুনিহ-তিৰোতা-সকলে বৰুৱাৰ গাড়ীখনলৈ দৃষ্টি কৰিলে।

অমিয়াৰ মনটো গোমা।

বৰুৱাই মেৰী আৰু ফুলতাৰাক বনুৱাৰ দলৰ মাজত ক'ৰবাত দেখিব আশা কৰি ইপিনে সিপিনে চকু ঘূৰালে। কিন্তু নেদেখিলে···।

···বৰুৱা আৰু বৰুৱানী আহি তেজপুৰ পালেহি। সিদিনা তাত থাকি পিছ দিনাহে তেওঁলোক গুৱাহাটীলৈ ৰাওনা হব।

তেজপুৰত তেওঁলোকৰ ৰূপকৰ লগত দেখাদেখি হ'ল। ৰূপকক দেখি অমিয়াৰ মনতো অলপ উজলি উঠিল।

তেওঁলোকৰ ভিতৰত বহুত কথা-বতৰা হ'ল।

"নৰক ৰজাৰ ৰাজ্য পাই, বাণৰ প্ৰজাসকলক যেন পাহৰি নাযায়।" হাঁহি হাঁহি ৰূপকে কয়।

"পাহৰিব পাৰিলেতো ভালেই আছিল, কিন্তু সেইটো জানো সম্ভৱ?" বৰুৱাই কয়।

অমিয়াই তুয়োৰো মুখৰপিনে চাই থাকে।

"তুদিনমান থকা হলে, আমাৰ শ্ৰৱণৰ বিয়াখন খাই যাব পাৰিলেহেঁতেন।"

ৰূপকৰ কথাষাৰ শুনি অমিয়াই তৎক্ষণাৎ সুধিলে, "শ্ৰৱণ মিস্ত্ৰিৰ বিয়া? ক'ত ছোৱালী?"

"বৰ ধুনীয়া ছোৱালী। হনুমান নামৰ মানুহ এজনৰ নাতিনী। ছোৱালীৰ বাপেক নাই। দুখীয়া মানুহ হলেও বৰ গুণী ছোৱালী।" ৰূপকে ধীৰভাৱে কয়।

"দুখীয়া মানুহৰ ছোৱালী নহৈ জানো ধনী মানুহৰ হব! সাধাৰণ মানুহৰ বিয়া সাধাৰণ মানুহৰ লগতেই হব।"

অমিয়াৰ কথাখিনি ৰূপকে ভাল নাপালে। বৰুৱাই অন্তৰেদি লাজেই পালে।

"সাধাৰণ মানুহৰ বা গৰিব মানুহৰ ঘৰৰ ছোৱালী হলেও তাই কিন্তু নামে-কামে সাবিত্ৰী।" ৰূপকে কয়।

ৰাতিটো দুয়ো অধ্যাপক ভূঞাৰ ঘৰতেই কটালে। বন্ধুৰ মেলানিত ভূঞাৰো মনত বেয়া লাগিল। অমিয়াই বাৰে বাৰে ভূঞাৰ মুখখনিলৈ চালে। বহুত কথা যেন সেই চাৱনিত আছিল, কিন্তু কবলৈ আৰু সময় নহল।

ছেগ বুজি বৰুৱাই ঘৈণীয়েকৰ বেমাৰৰ কথাটো ভূঞাক ক'লে। ভূঞাই উপদেশ দিলে, তেওঁক ৰাঁচিলৈ লৈ যাবলৈ। আৰু আন আন অনেক কথা হ'ল তেওঁলোকৰ।...

ৰাতি হৈ ৰাতি পুৱাল। ৰঙা সূৰুযে হাঁহি মাৰি পূব আকাশত দেখা দিলে। এটি যেন নতুন দিনৰ আৰম্ভণিয়ে পৃথিবীৰ বুকুত মাদকতা ঢালি দিবলৈ আৰম্ভ কৰিছে।

বিদায় লৈ বৰুৱা আৰু অমিয়া মটৰত উঠিল। সকলোৰে চকুবোৰ সেমেকিছে, মনবোৰত বেদনা। গাড়ী চলিল। চাওঁতে চাওঁতে গাড়ীখন নেদেখা হৈ গ'ল; যেন এটি নিশাৰ সপোন সাৰ পোৱাৰ লগে লগেই কেনিবা আঁতৰি পৰিল।

---